ৰাৱণ মাৰণ তান কোন প্ৰয়োজন।
যাৰ কটাক্ষতে কোটি ব্ৰহ্মাণ্ড উছন॥
মাৰিলে ৰাৱণ কোন পৌৰুষ তাহাৰ।
যাক জিনিলেক বালি বনৰ বানৰ॥
হেন ৰাম চৰণত কৰিয়োক ৰতি।
আন পৰিহৰি ৰামদেৱে কৰ মতি॥
অনিত্য সংসাৰ বিলম্বত কাজ নাই।
চিন্তামণি জন্ম হেৰা হাতৰতে হেৰাই॥
শুনা সভাসদ পদ ৰামৰ চৰিত।
এহিসে প্ৰধান ধৰ্ম্ম আনিবা কলিত॥
মনুষ্য হৈবাৰ প্ৰয়োজন এহিমান।
বোলা ৰাম ৰাম হৌক পাতক নিৰ্জ্জান॥

---

## মাৰীচ সুবাহু বধাৰ্থে ৰাম লক্ষ্মণক আনিবলৈ বিশ্বামিত্ৰৰ আগমন।

### দুলৰি।

শুনা আত পৰে, কথা নিৰন্তৰে,
চৰিত্ৰ যেন ৰামৰ।
পৰলোক হিত, ঋষি বিশ্বামিত্ৰ,
আৰম্ভিলা যজ্ঞবৰ॥
মাৰীচ সুবাহু নামে দুইজন
ৰাক্ষস আতি দুৰ্জ্জন।
চতুৰ্দ্দশ কোটি ৰাক্ষসা সহিতি,
কৰয় যজ্ঞ উছন॥
বাৰম্বাৰে ঋষি আৰম্ভন্ত যজ্ঞ,
অনেক কৰি যতন।

রাক্ষসময় বৃষ্টি করিয়া সমস্ত,
রাক্ষসে করে ধ্বংসন॥
সমস্তে রাক্ষস ভস্ম হোয়ে যেয়ে
শাপে ঋষি করি কষ্ট।
নশপস্ত ক্রোধ উপজিয়া মনে,
তপভ্রষ্ট হোয়ে নষ্ট॥
যিহেতু রাক্ষস যজ্ঞ নষ্ট করে,
ঋষির মনে অসুখ।
উগুলগুগুল চিত্ত অসন্তোষ,
উপজয় বর দুখ॥
পাছে ধ্যান করি সকল বৃত্তান্ত
জানিলন্ত মুনিবরে।
রাক্ষস বধিতে অবতরি হরি
আছা দশরথ ঘরে॥
তাক আনি সবে রাক্ষস মরায়া,
করো যজ্ঞ সমাপতি।
এই মনে গুণি, চলিলন্ত মুনি,
রামক আনিবে প্রতি॥
দশরথ রাজা, পুত্রবতে প্রজা
পালি সুখে অযোধ্যাত।
আছন্ত নৃপতি, যেন সুরপতি,
বসিয়া দিব্য সভাত॥
বশিষ্ঠ প্রমুখ্যে পুরোহিত সবে
বসি আছা রঙ্গমনে।
ইন্দ্রর আগত, বৃহস্পতি আদি,
হেন মহামুনিগণে॥
সুমন্ত্র সহিতে মহামন্ত্রী সবে,
রাজাক আছে উপাসি।

সেহি সময়ত বিশ্বামিত্ৰ মুনি
তথাতে মিলিল আসি॥
দেখিয়া নৃপতি সমাজে সহিতি,
উঠিলা আতি সত্বৰে।
প্ৰণাম কৰিয়া, চৰণৰ ধূলি,
মাথাত লৈলা সাদৰে॥
সুবৰ্ণ আসন আনিয়া নৃপতি,
সমাজৰ মাজে দিলা।
সমস্তকে আশী- ৰ্ব্বাদ কৰি ঋষি,
আসনে আসি বসিলা॥
আপুনি চৰণ ধুৱাই দশৰথে
পাদোদক লৈলা মাথে।
পৰম সাদৰে, সঅৰ্ঘে ঋষিক
পূজিলা পৃথিবীনাথে॥
যোৰহাতে ৰাজা মধুৰ বচনে
কুশল বাৰ্ত্তা পুছিল।
তযু দৰশনে, অমৃতৰ পানে,
সন্তোষ যেন মিলিল॥
আপোনাৰ নিজ ভৃত্য বুলি মোক
ধৰিবাহা মুনিৰাজ।
আজ্ঞা কৰিয়োক, সম্প্ৰতি তোমাৰ
সাধোঁ মই কিবা কাজ॥
ৰাজাৰ বচন শুনি বিশ্বামিত্ৰ
ভৈলা আতি ৰঙ্গমন।
ৰাজাক বোলন্ত, শুনিয়ো নৃপতি,
যেন মোৰ প্ৰয়োজন॥
বাৰম্বাৰে আসি যজ্ঞ আৰম্ভিলোঁ।
অনেক কৰি যতন।

মাৰীচ সুবাহু ৰাক্ষসে আমাৰ
কৰয় যজ্ঞ উছন ॥
অনেক সম্ভাৰ আনি আৰু বাৰ
চাওঁ যজ্ঞ কৰিবাক।
ৰাক্ষসক মাৰি যজ্ঞ ৰাখিবাক
ৰামক দিওক মোক ॥
শুনিয়া ৰাজাৰ মাথাত পৰিল
বজ্ৰৰ যেন প্ৰহাৰ।
উভয় শঙ্কটে পৰিয়া নৃপতি
দেখন্ত দুখে আন্ধাৰ ॥
ৰামক নিদিলে, শাপ দিয়া ঋষি
কৰিবেক বংশ চন।
ঋষিৰ লগত ৰামক পঠালে,
হৈবেক মোৰ মৰণ ॥
একভিতি বাঘে খেদে আৰোভিতি
নদী ঘোৰ বাৰিধাৰ।
জাম্প দিলে মৰে, জাম্প নিদিলেও,
বাঘে লয়ে প্ৰাণ তাৰ ॥
সেহি পটন্তৰ পায়া আছে মোক,
কৰিবোঁ কোন উপায়।
হেন মনদুখে থাকি ৰাজা পাচে
মাতিলা ঋষিক চাই ॥
বাৰ বৰিষৰ ছাবা ৰাম মোৰ,
শিশুমতি অতিশয়।
কিমতে ৰণত মাৰিবেক ৰামে
ৰাক্ষস বৰ দুৰ্জ্জয় ॥
ব্ৰহ্মাৰ বৰত, ৰাক্ষসগণৰ,
বাঢ়িল বল অপাৰ।

সৈন্য সমে গৈয়া ৰাক্ষস মাৰিয়া,
ৰাখিবোঁ যজ্ঞ তোমাৰ ॥
আপুনি চলিবোঁ, ৰামক নেদিবোঁ,
বুলিলোঁ দৃঢ় বচন।
শুনি বিশ্বামিত্ৰ, ৰাজাক বোলন্ত,
সুবুদ্ধি তোমাৰ মন ॥
ৰামত বিনাই ৰাক্ষস মাৰিতে
শকতি আছে কাহাৰ ?
আনাক ভাণ্ডিয়া বচন বোলাঁহা,
বুজিলোঁ বোল তোমাৰ ॥
ৰামক নিদিয়া আশা ভঙ্গ কৰি,
পালটি পঠোৱা মোক।
কোপ দেখি ৰাজা বোলে যোৰহাতে
মহাঋষি শুনিয়োক ॥
তোমাৰ ক্ৰোধত কম্পে তৰতৰি
ব্ৰহ্মা আদি দেৱগণ।
হেনয় তোমাৰ আগে কোন হওঁ
আমি অতি অল্পজন ॥
কত দুখে মই পাইলোঁহো ৰামক
দেৱতা সবৰ বৰে।
তোমাৰ লগত তাক পঠাই দিলে,
মাৰিবেক নিশাচৰে ॥
ধনজন যত, প্ৰাণত কৰিয়া,
ৰামেসে অতি প্ৰধান,
একক্ষণ মান দেখিতে নাপাইলে
নৰহে মোৰ পৰাণ ॥
হেনয় ৰামক কিমতে পঠাইবোঁ
ৰাক্ষসক যুজিবাক।

ইন্দ্ৰ আদি কৰি ত্ৰিদশসকলে
হাৰিয়া আছে যাহাক ॥
সিতো ৰাক্ষসক কিমতে যুজিব
অবোধ মোৰ ছৱালে ।
নিন্দিলেও শাপি কৰিবাহা ভস্ম,
জানিলোঁ গ্ৰাসিলে কালে ॥
হৰি হৰি বিধি, কি কাম কৰিলোঁ,
পৰিলোঁ মহাবিপাকে
ৰাম হেন পুত্ৰ পায়াও নাপাইলোঁ,
দণ্ডিলে দৈবে আমাকে ॥
ৰামক পঠাইলে, মৰিব কৌশল্যা,
আমিও মৰিবোঁ প্ৰাণে ।
ৰামক নেদেখি, মৰিব সকলে,
যত নৰ নাৰী মানে ॥
দান্তে তৃণ ধৰি তোমাত মাগোঁহো,
ৰামক দিওক মোক ।
তোমাৰ প্ৰসাদে অযোধ্যাৰ লোকে
নপাওক ৰামৰ শোক ॥
তোমাৰ লগত আপুনি চলিবোঁ
কটক লৈয়া অপাৰ ।
তোমাৰ যজ্ঞক ৰাখিবোঁ কৰিয়া
ৰাক্ষসক বুন্দামাৰ ॥
যদি তথাপিতো ৰামক নেৰাঁহা,
স্বৰূপ বোলোঁ বচন ।
নিৰন্তৰে লোক, ৰামৰ লগত,
চলি যাইবোঁ তপোবন ॥
ৰাম বিনে আমি, অযোধ্যা নগৰে,
সাধিবোঁ কমন কাম ।

সমস্ত্যাৰ লোক, পাতক হাৰোক,
ডাকি বোলোঁ ৰাম ৰাম ॥

---

ৰাম লক্ষ্মণক নিদিয়াত ঋষিৰ কোপ
আৰু ৰাম লক্ষ্মণক লৈ ঋষিৰ গমন।

পদ।

দশৰথ নৃপতিৰ শুনিয়া বচন।
মহাকোপ কৰি বোলে গাধিৰ নন্দন ॥
ৰঘুৰ বংশত তুমি ভৈলা উতপতি।
ধৰ্ম্মশীল হয়া অধৰ্ম্মত কৈলা ৰতি ॥
পুত্ৰৰ স্নেহত মোক কৰস নৈৰাশ।
মিছা মোহজালে পৰি কৰ ধৰ্ম্মনাশ ॥
নজানস কত গুণ আছয় ৰামত।
বাহুবলে জিনিবাক পাৰে ত্ৰিজগত ॥
ৰাক্ষস মাৰিব ৰামে ইতো কোন কাজ।
বিমুখ কৰহ ৰাজা দিয়া মোক লাজ ॥
কপটে ভাণ্ডিয়া মোৰ আশা কৰ ভঙ্গ।
সবংশে নশিবে পুত্ৰ মোৰ ভৈলে খঙ্গ ॥
আছন্ত বশিষ্ঠ তোৰ মন্ত্ৰণাৰ বাস।
তাৰ বোলে অপমান আমাক লগাস ॥
সত্যে সত্যে বোলোঁ ৰাজা মই নিষ্ঠকৰি
নিদিলি ৰামক যাওঁ ক্ৰোধে পৰিহৰি ॥
নিষ্ঠুৰ বচন ৰাজা শুনিয়া মুনিৰ।
পৃথিবী কম্পায় যেন গাৱ নোহে স্থিৰ ॥
আছোক নৃপতি চৰাচৰ কম্পি গৈল।
প্ৰলয়ৰ কাল যেন উপগত ভৈল ॥

ক্রোধে প্রকম্পিত বিশ্বামিত্র মুনিবর।
দেখি অন্তরীক্ষ ধাতু হৈল নিরন্তর ॥
পাত্র মিত্র সনে দশরথ মহারায়।
ভয় ত্রাসে হৈল যেন মৃতক পরায় ॥
অনন্তরে বশিষ্ঠে দেখিয়া তমোময়।
রাজাক বোলন্ত শুনিয়োক মহাশয় ॥
প্রথমে ঋষিক তুমি বুলিলা বচন।
"বুলিয়োক ঋষি কিবা সাধোঁ প্রয়োজন ॥"
কদাচিতো ব্যর্থ নোহে বচন তোমার।
এতেকে রামক দিতে হৈল অঙ্গীকার ॥
সিতো অঙ্গীকার আরে লাবিবা কিমতে।
তুমি সত্যবন্ত হেন জানয় জগতে ॥
নকরিবা রাজা সত্যধর্ম্ম পরিহার।
তুমি সত্য লঙ্ঘিলে রাখন্তা নাহি আর ॥
সত্য সম ধর্ম্ম আর পুরুষর নাই।
জানি ঋষি সঙ্গে দিয়া রামক পঠাই ॥
তাক নপঠালে বিশ্বামিত্র দিবে শাপ।
গাধির তনয় মহা প্রচণ্ড প্রতাপ ॥
হেন জানি রামর নিমিত্তে এরাঁ শোক।
ঋষির বচন রাখি রামক দিওক ॥
তাক পাইলে ঋষির সন্তুষ্ট হৈবে চিত।
নানা অস্ত্রে সস্ত্রে বিশ্বামিত্র সুশিক্ষিত ॥
মুনি সবে অস্ত্র শিক্ষা দিবন্ত রামক।
তাকে লৈয়া রামে জিনিবেক রাক্ষসক ॥
বিশেষত বিষ্ণু রামরূপে অবতার।
রাক্ষসকুলক রামে করিব সংহার ॥
অণুমাত্রো চিন্তা নকরিবা মহামানী।
দশরথ রাজা বশিষ্ঠর শুনি বাণী ॥

পাইলন্ত তবলা তান শান্ত ভৈল হিয়া।
জিজ্ঞাসা কৰন্ত ৰাজা ৰামক আনিয়া॥
আসি আছে বিশ্বামিত্ৰ তোমাক নিবাক।
ৰাক্ষসক মাৰি ৰাম যজ্ঞ ৰাখিবাক॥
শুনি ৰামচন্দ্ৰৰ হৰিষ ভৈল মনে।
পিতৃক বোলন্ত ৰামে প্ৰসন্ন বদনে॥
কত ভাগ্যে ইসব কাৰ্য্যাক পায় লাগ।
মোক প্ৰতি চিন্তা নকৰিবা মহাভাগ॥
পুত্ৰ হুয়া নাপালয় পিতৃৰ বচন।
চিৰকালে নৰকত পচে সিতো জন॥
প্ৰচণ্ড প্ৰতাপ মুনি গাধিৰ কুমাৰ।
তাহান কাৰ্য্যত চিন্তা কৰাঁ পৰিহাৰ॥
ৰামৰ বচনে ৰাজা ভৈলা হৰষিত।
মৰাৰ মুখত যেন পৰিল অমৃত॥
ঋষিৰ হাতত ৰাজা পুত্ৰ সমৰ্পিল।
নমস্কাৰ কৰি ৰাজা বচন বুলিল॥
ৰাম মোৰ ধন জন জীৱ মন প্ৰাণ।
ৰামবিনে গতি মোৰ নাহি নাহি আন॥
পাইলোঁহো ৰামক পুত্ৰ কত তপস্যায়।
আৰে জ্ঞান গুণ জানিবেক তযু ঠাই॥
কিছুৱে নাজানে ৰাম হুৱাল চঞ্চল।
জানিবে অস্ত্ৰৰ সন্ধি তোমাত সকল॥
তোমাৰ সেৱক ৰাম ভৈল আজি ধৰি।
নিজদাস বুলি পালিবাহা যত্ন কৰি॥
ৰাঘৱক পায়া মুনি ভৈলন্ত সন্তোষ।
পুষ্প বৰষিলা দেৱে কৰি জয়ঘোষ॥
সেহি বেলা যোৰহাতে উঠিল লক্ষণ।
ৰামক বুলিলা কৰি চৰণে বন্দন॥

মোক সঙ্গে নিয়া প্রভু জগতর পতি।
তোমার চরণ বিনে মোর নাহি গতি ॥
যথা তথা যাইতে নাথ নেরিবা আমাক।
দাস হয়া সেবা প্রভু করিবোঁ তোমাক ॥
হাসে রাজা লক্ষ্মণর শুনিয়া বচন।
রামর সঙ্গত চলি যাইবন্ত লক্ষ্মণ ॥
দুই পুত্র দিলা রাজা ঋষির লগত।
যাত্রা সুমঙ্গল করিলন্ত যত যত ॥
আপোনার অস্ত্র যত লৈয়া দুয়ো জন।
দুই ভাই বশিষ্ঠক করিলা বন্দন ॥
পিতৃক মাতৃক করিলন্ত নমস্কার।
দশরথে দুইকো শিক্ষা দিলা বারে বার ॥
পালিবাহা দুই ভাই ঋষির বচন।
থাকিবাহা সদাই ঋষির বুজি মন ॥
ঋষির ক্রোধত সবে বংশে হৈবোঁ নাশ।
সর্ব্বদাই থাকিবা ঋষির পালি আশ ॥
এহি বুলি পুত্র দুইকো সাবটি ধরিলা।
শির ঘ্রাণি দুইহন্তর মুখে চুমা দিল ॥
কৌশল্যা সুমিত্রা দুয়ো পুত্রক ধরিয়া।
করিলা চুম্বন চক্ষু সজল করিয়া ॥
অন্তঃপুর মাজত আছয় যত প্রাণী।
স্নেহে সবে লোকর চক্ষুর পরে পানী ॥
যাত্রা করি বাজ ভৈলা শ্রীরাম লক্ষ্মণ।
দুইকো লৈয়া বিশ্বমিত্র করিলা গমন ॥
আগ ভৈলা ঋষিরাজ হরিষ মনত।
মাজত চলিল রাম লক্ষ্মণ পিচত ॥
উর্দ্ধমুখে চাহিয়া থাকিল সর্ব্বজন।
রামর লগতে গৈল সমস্তরে মন ॥

লইয়া পৰিল লোক বিয়োগে ৰামৰ।
শুন যেন ভৈল সিতো অযোধ্যা নগৰ॥
শ্রীৰামৰ বিয়োগে আকুল ভৈল চিত।
সূৰ্য্য অস্ত গৈলে যেন কমল মুদিত॥
চলি যান্ত দুয়ো ভাই পিচত ঋষিৰ।
গজেন্দ্র জিনিয়া দুইৰো গমন গম্ভীৰ॥
যেন শিশু সিংহ লীলাগতি চলি যান্ত।
অমৃত বৰিষে যেন যিদিশক চান্ত॥
সুৰাসুৰে সেৱা কৰে যাৰ চৰণত।
হেন ৰাম চলি যান্ত ঋষিৰ পিছত॥
পৰম কোমল পদ গমন মধুৰ।
আতি সুকুমাৰ তনু লাৱণ্য প্রচুৰ॥
ৰত্নে নিৰচিত শোভে পিঠিত টোণৰ।
কাখত খৰগ দুইৰো হাতে ধনুশৰ॥
প্রকাশে শৰীৰ ৰত্নময় অলঙ্কাৰ।
দেখন্তা লোকৰ মন হৰন্ত সবাৰ॥
পৰম হৰিষে দুয়ো যান্ত ঋষি সঙ্গে।
আঢ়ৈ প্রহৰৰ পথ বহি গৈলা ৰঙ্গে॥
ৰামৰ দেখিয়া মুখ হৰিষ ঋষিৰ।
অনন্তৰে পাইলা গৈয়া সৰযূৰ তীৰ॥
দেখি ৰামচন্দ্রৰ হৰিষ ভৈলা মন।
বিশ্বামিত্রে বুলিলন্ত ৰামক বচন॥
সৰযূ নদীৰ কথা শুনিয়োক ৰাম।
পৰম নির্ম্মল জল তীর্থ অনুপাম॥
কৰিয়োক স্নান দুয়ো সৰযূৰ জলে।
বাঢ়িবেক বল শ্রম গুচিবে সকলে॥
ত্রিভুবন মধ্যে ৰাম পুৰুষ উত্তম।
মহাবলশালী হৈবা বিপুল বিক্রম॥

ক্ষুধা তৃষ্ণা একো আৰ ব্যাধি নিপীড়িব ।
গুচিব আয়াস যশে জগত জুৰিব ॥
ত্ৰৈলোক্যৰ অধিপতি তুমিসে ঈশ্বৰ ।
ইতো জগতৰ হৈবা একদণ্ডধৰ ॥
ঋষিৰ বচন শুনি হৰিষ মনত ।
বিধিৰন্তে স্নানিলন্ত সৰযূ জলত ॥
ঋষিও কৰিলা স্নান সন্ধ্যা যত যত ।
বসিলা তিনিও সেই নদীৰ কূলত ॥
বুলিলন্ত ঋষি ৰঙ্গে ৰামক বচন ।
দিওঁ মহামন্ত্ৰ বিদ্যা লৈয়ো দুয়ো জন ॥
যাহাক জানিলে শ্ৰম গুচয় সকল ।
হোৱে মহাধনৱন্ত বাঢ়ে তেজবল ॥
এহি বুলি দুয়ো ভাইত মন্ত্ৰ কহিলন্ত ।
ত্ৰিভুবনে সাৰ বিদ্যা দুভাইক দিলন্ত ॥
মন্ত্ৰ পায়া দুভাইৰ হৰিষ মিলিল ।
ঋষি সঙ্গে ৰঙ্গে তথা ৰজনী বঞ্চিল ॥

---

## তাড়কা ৰাক্ষসী বধ ।

প্ৰভাতে উঠিয়া নিত্য কৰি সমাপত ।
চলিলা হৰিষে দুয়ো ঋষিৰ সঙ্গত ॥
সুললিত লীলাগতি গমন সুস্থিৰ ।
কৌতূহলে পাইলা গৈয়া মন্দাকিনী তীৰ ॥
দেখিয়া বিচিত্ৰ এক স্থান অনুপাম ।
কাহাৰ আশ্ৰম বুলি পুছিলন্ত ৰাম ॥
ঋষিয়ে বোলন্ত ইতো অনঙ্গ ভুবন ।
মদনক ইহাতে দহিলা ত্ৰিণয়ন ॥
অনঙ্গ ক্ষেত্ৰক ৰঙ্গে এৰাই তিনি জনে ।

তাড়কার বন গৈয়া পাইলা বজ্র মনে ॥
রামচন্দ্রে পুছিলা ঋষির চাপি পাশ।
কহিয়োক মুনি ইতো কাহার নিবাস ॥
মুনিয়ে বোলন্ত রাম শুনা মহারথী।
এহিতো বনত থাকে তাড়কা রাক্ষসী ॥
বিকট দশন তাইর রূপ ভয়ঙ্কর।
ব্রাহ্মণ তপস্বী মারি খাইলেক বিস্তর ॥
যত লোক খাইলে কোনে লেখ করে তাক।
ত্রৈলোক্যর লোক পাইলে পারে খাইবাক ॥
চোবায়া গিলয় মাথা বৃদ্ধ মানুষর।
ছরালর মুণ্ডে তাইর কুণ্ডল কর্ণর ॥
মনুষ্যর তেজে তাই বদন পখালে।
গাবর কাপর তাইর মনুষ্যর ছালে ॥
তাইর ডরে নরে আউর ই পথে নেযায়।
আমি কোন পথে যাইবোঁ কহিয়ো উপায় ॥
প্রহরেক লাগে যেবে যাই এহি পথে।
তৃতীয় প্রহর লাগে দক্ষিণর পথে ॥
অগবা এবায়া যাও মোর হেন মন।
শুনি রামচন্দ্রে হাঁসি বুলিলা বচন ॥
কিসক ইবোল বোলাঁ তুমি মুনিরাজে।
চমু এরি দূর পথে যাইবোঁ কোন কাজে ॥
লক্ষ্মণক চাহি পাছে বুলিলন্ত রাম।
স্ত্রী বধ হৈবে পাপ করোঁ কোন কাম ॥
লক্ষ্মণে বোলন্ত কেনে বোলা হেন মত।
পিতৃয়ে পঠাই আছে ঋষির লগত ॥
মুনি যিবা বোলে করিবাহা সেহি কর্ম্ম।
গুরুর বচনে কিছু নাহিকে অধর্ম্ম ॥
মুনি বুলিলন্ত রাম নকরিবা ভয়।

ৰাক্ষসী মাৰিলে কিছু দোষ নোপজয় ॥
মিত্ৰক অপকাৰ যিজনে কৰয়।
নাহি দোষ তাক মাৰি পুণ্যসে লভয় ॥
মাৰীচ সুবাহু দুই পুত্ৰ তাড়কাৰ।
মাৰি মাৰি খাইল গৰু ব্ৰাহ্মণ অপাৰ ॥
তাড়কা খাইলেক গৰু মানুষ বিস্তৰ।
তাক মাৰি পাইবা ৰাম পুণ্য বহুতৰ ॥
শুনিয়া টঙ্কাৰ কৰিলেক ৰঘুবৰে।
তাড়কাক মাৰোঁ আজি একপাট শৰে ॥
মানুষৰ শবদ শুনিয়া নিশাচৰী।
ক্ৰোধে খেদি আসে দিশ অন্ধকাৰ কৰি ॥
কৰ্ণে লৰবৰ কৰে মুণ্ড মানুষৰ।
বদন প্ৰকটি আসে যম সমসৰ ॥
কৰে মৰমৰ গাৱে ছাল মানুষৰ।
পৰ্ব্বত সমান ঘোৰ ৰূপ ভয়ঙ্কৰ ॥
শাল বৃক্ষ সদৃশ মেলিয়া দুই বাহু।
সূৰ্য্যক ঢাকিবে যেন খেদি যায় ৰাহু ॥
ৰামক দেখিয়া ভীম তেজিলা আটাস।
ত্ৰৈলোক্যৰ লোকৰ লাগিল মহাত্ৰাস ॥
সকল ব্ৰহ্মাণ্ড জুৰি প্ৰতিধ্বনি গৈল।
বজ্ৰ পৰে বুলি সৰ্ব্বজন ভয় ভৈল ॥
পাতাল সদৃশ কৰি মেলুগোট বায়া।
সবাকে খাইবাক যায় পৃথিবী কম্পায়া ॥
ৰাক্ষসীক দেখি ঋষি মহাভয় ভৈলা।
ৰামৰ পিচত গৈয়া আঁৰ হুয়া ৰৈলা ॥
ঋষিক আশ্বাসি ৰামে যুৰিলন্ত বাণ।
তাড়কাৰ হৃদয়ত কৰিল সন্ধান ॥
সৰ্ব্বকিয়া বাণ হৃদয়ত গৈল পশি।

ঘোৰ্ঘোৰ আটাস দিয়া পৰিল ৰাক্ষসী ॥
বজ্ৰৰ প্ৰহাৰ যেন হিয়াত পৰিল।
তাড়কা ত্যজিল প্ৰাণ পৃথিবী লৰিল ॥
আকাশত আনন্দ মিলিল দেৱতাৰ।
জয় জয় ৰাম বুলি কৰয় জোকাৰ ॥
ৰামৰ শিৰত ৰবষিল পাৰিজাত।
দুন্দুভি শবদে নাচে তুলি দুই হাত ॥
দাৰুণী ৰাক্ষসী মৰি গৈল যমঘৰ।
ৰামৰ প্ৰসাদে দুখ খণ্ডিল লোকৰ ॥
ৰাক্ষস বধিবে প্ৰতি ভৈলা অৱতাৰ।
প্ৰথমতে ৰামে প্ৰাণ লৈলা তাড়কাৰ ॥
দেখি বিশ্বামিত্ৰৰ হৰিষ ভৈল মন।
ৰামক বুলিলা মুনি প্ৰশংসাবচন ॥
ধন্য ধন্য ৰাম তুমি পুৰুষ প্ৰধান।
একপাট শৰে ৰাক্ষসীৰ লৈলা প্ৰাণ ॥
গুচিল দুৰ্গতি ৰাম তোমাৰ প্ৰসাদে।
হুয়ো চিৰঞ্জীৱ ৰাম মোৰ আশীৰ্ব্বাদে ॥
তোমাৰ নিৰ্ম্মল যশ ৰাঢ়োক অশেষ।
অনন্তৰে ভৈলা আসি ৰজনী প্ৰৱেশ ॥
মহাসুখে সিতো ৰাতি বঞ্চিলা তথাতে।
ৰামক মাতিলা ঋষি উঠিয়া প্ৰভাতে ॥
তোমাৰ বিক্ৰমে ৰাম তুষিলা আমাক।
নানা অস্ত্ৰ দিয়া মই তুষিবোঁ তোমাক ॥
মন্ত্ৰে সমে ব্ৰহ্মঅস্ত্ৰ লৈয়ো মহাশয়।
দিবোঁহো বৈষ্ণৱ অস্ত্ৰ ত্ৰৈলোক্য বিজয় ॥
ৰুদ্ৰমন্ত্ৰ সমন্বিতে দিবোঁ ৰুদ্ৰ শৰ।
বজ্ৰসায় সমে অস্ত্ৰ দিবোঁ বাসৱৰ ॥
শিখাইবোঁ অগ্নিৰ বাণ পৰম বিক্ৰম।

লৈয়োক গরুড় বাণ আতি নিরুপম ॥
শিখাওঁ গন্ধর্ব্ব বাণ বৈরী জয়ঙ্কর ।
সংগ্রামবিজয়ী বাণ লৈয়ো গন্ধর্ব্বর ॥
শকতি তোমর ত্রিকণ্টক কনিয়াল ।
অসি অর্দ্ধচন্দ্র শেল শূল ভিন্দিপাল ॥
খড় খুর ত্রিকোণ বিশাল টাঙ্গি ভল্ল ।
পরিঘ পট্টিশ গদা পরশু মুষল ॥
হরিত লোহিত প্রাস শতঘ্ন কুলিষ ।
ব্যাঘ্রমুখ নাগপাশ ত্রিশূল ছুংশাল ॥
কুবের বরুণ বাণ স্তম্ভন মোহন ।
লহ অহিপত্র বায়ু বাণ বিতোপম ॥
লৈয়ো নিশাচক্র অস্ত্র ত্রিভুবনে সার ।
চন্দ্র সূর্য্য মন্ত্র অস্ত্র শক্র জয়ঙ্কার ॥
যম অস্ত্র দিবোঁ যমদণ্ড সমসর ।
শিখিয়োক দিব্য অস্ত্র মন্ত্র নিরন্তর ॥
অসুর মানুষ যক্ষ রক্ষ নিশাচর ।
শিখাবোঁ তোমাক মায়া মোহ যত শর ॥
স্নান করি আসি অস্ত্র লৈয়োক এখানে ।
শুনি রাম লক্ষ্মণে হরিষ ভৈলা মনে ॥
স্নান করি ঋষির আগত বসিলন্ত ।
নানা অস্ত্র শস্ত্র মুনি দুইকো শিখাইলন্ত ।
বিশ্বামিত্র ঋষির ভৈলন্ত দুয়ো শিষ্য ।
অস্ত্র শিখি দুয়ো ভাই মনত হরিষ ॥

---

## মারীচ সুবাহু বধ ।

অনন্তরে ঋষি রাম লক্ষ্মণক লৈয়া ।
রঙ্গমনে তপোবনে প্রবেশিলা গৈয়া ।

বিশ্বামিত্রে বুলিলন্ত শুনিয়োক ৰাম।
এহি তপোবন মোৰ সিদ্ধাশ্রম নাম॥
মাৰীচ সুবাহু এহি বনৰ ভিতৰ।
আছে দুইবো লগে চৌধ কোটি নিশাচৰ॥
বাধিবা আমাৰ যজ্ঞ তাক মাৰি ৰণে।
আনিলোঁ তোমাক মই এহিসে কাৰণে॥
ৰাক্ষসক মাৰি দিয়ো আমাক নির্ভয়।
তোমাৰ প্রসাদে হোক যজ্ঞৰ উদয়॥
শুনি ৰামচন্দ্রে বুলিলন্ত এহি হোক।
মাৰিবোঁ ৰাক্ষস সুখে যজ্ঞ কৰিয়োক॥
শুনি মুনিৰাজৰ হৰিষ ভৈল মনে।
ৰামক দেখিলা আসি যত মুনিগণে॥
ফলে মূলে দুয়ো ভাইক কৰাইলা ভোজন।
পাচে তৃণশয্যাত শুতিলা দুয়ো জন॥
ৰজনী প্রভাতে উঠি মুনিগণ যত।
স্নান সন্ধ্যা তর্পণ কৰিয়া সমাপত॥
যজ্ঞৰ সম্ভাৰ মানে একত্র কৰিল।
শুভক্ষণে মুনিগণ যজ্ঞ আৰম্ভিল॥
ৰামক বুলিলা বিশ্বামিত্র মুনিবৰ।
স্নান কৰি নিয়মে ধৰিয়ো ধনুশৰ॥
শুনি ৰাম লক্ষণে কৰিলা গৈয়া স্নান।
দুয়ো ভাই নিয়মে ধৰিলা ধনুর্ব্বাণ॥
অনন্তৰে ঋষিৰাজে কৰিয়া সুবেশ।
মন্ত্রে ৰাম লক্ষণৰ বান্ধিলন্ত কেশ॥
মণিৰত্ন কণ্ঠা দিলা দুয়ো ভাইৰ গলে।
ঋষিক পুছিলা ৰামচন্দ্র কৌতুহলে॥
কেতিক্ষণে আসিবেক ৰাক্ষস দুর্জ্জন।
ঋষিয়ে বোলন্ত ৰাম শুনিয়োক বচন॥

রাত্রিদিনে মৌন ব্রত দিন ছয় মানে।
শরধনু ধরি দুয়ো থাকা সাবধানে॥
আসিব রাক্ষস ছয় দিন অনন্তরে।
দুয়ো ভাই শর করি মারিবা সত্বরে॥
শুনি ধনু ধরি রাক্ষসক বাট চাই।
উজাগরে রৈলা সাবধানে দুয়ো ভাই॥
বিশ্বামিত্র মুনি যজ্ঞ করিবাক লৈল।
আচার্য্য ব্রাহ্মণ তিনি সহস্রেক ভৈল॥
মণ্ডল নিয়মে বেদ মন্ত্র উচ্চরিলা।
সাঙ্গোপাঙ্গে ঈশ্বরক পুজিবে লাগিলা॥
নিরন্তরে পুজিলেক ছয় দিনমান।
অগ্নি থাপিলন্ত কুণ্ড করিয়া নির্ম্মাণ॥
দিলন্ত আহুতি আতি করি বেদধ্বনি।
ঘৃতর সুরভী ঘ্রাণ উঠি গৈল চানি॥
অরণ্যর পরা নিশাচর গন্ধ পাইল।
মারীচ সুবাহু যজ্ঞ বিধ্বংসিবে আইল॥
চৌধ কোটি নিশাচর আসিল লগত।
মারীচ রাক্ষস আইল সবারো আগত॥
পিচত সুবাহু আসি রৈল মহাবল।
আকাশ ব্যাপিল যেন ঘোর মেঘদল॥
যেন বজ্র পরে বার ত্যজে ভয়ঙ্কর।
দেখি নিরন্তরে ঋষি ভয় ভৈলা বর॥
পাচে রাম লক্ষ্মণে ঋষির দেখি ডর।
নাহি ভয় বুলি আশ্বাসিলা রঘুবর॥
মন্ত্র পঢ়ি রামে শর যুরিলা ধনুত।
দেখিয়া রাক্ষস ভয় ভৈল অদভুত॥
বায়ু বেগে রামচন্দ্রে প্রহারন্ত শর।
দারুণ সন্ধানে ফুটি মরে নিশাচর॥

বজ্ৰতো অধিক আতি ৰামৰ সন্ধান।
একছোটে ৰাক্ষস চলয় যমস্থান ॥
লক্ষ্মণে ধৰিয়া ধনুশৰ প্ৰহাৰন্ত।
যম যেন খেদি খেদি ৰাক্ষস মাৰন্ত ॥
শাণত শণাইলে শৰ যেন খুৰধাৰ।
কৰন্ত লক্ষ্মণে ৰাক্ষসক বুন্দামাৰ ॥
নিদাৰুণ ছোটে মৰি গৈল যমঘৰ।
লক্ষ্মণে মাৰিলা আঠ কোটি নিশাচৰ ॥
ৰামৰ শৰত মৰি গৈল ছয় কোটি।
দুই ভাই ৰাক্ষসক কৰিলা নিগুটি ॥
হেন দেখি সুবাহু ৰাক্ষস ভয়ঙ্কৰ।
লক্ষ্মণক খেদি গৈল যম সমসৰ ॥
দেখি ভল্লশৰ যুৰি লক্ষ্মণে গুণত।
সন্ধানে হানিলা সুবাহুৰ হৃদয়ত ॥
মহা ছোটে ফুটিয়া মৰিল দুৰাচাৰ।
পৰিল ভূমিত সিতো পৰ্ব্বত আকাৰ ॥
দেখি মাৰীচৰ আতি ক্ৰোধ বৰ ভৈল।
ভয়ঙ্কৰ আটাসে ৰামক খেদি গৈল ॥
হাসি ৰামে পঞ্চ শৰে ভেদি হৃদয়ক।
বায়ুবাণ হানি উকৰাইলা মাৰীচক ॥
উৰ্দ্ধমুখ কৰি চাহি আছে মুনিগণে।
শুকান তৃণক যেন লৈ যাস্ত পৱনে ॥
ৰাম শৰে ৰাক্ষসক লৈ যান্ত আকাশে।
দেখিয়া ত্ৰিদশ দেৱে খলখলি হাসে ॥
মহাবেগে গৈয়া সিতো ছৰায়া সাগৰ।
হেট মাথে লঙ্কাত পৰিল নিশাচৰ ॥
ভাঙ্গি গৈল ষাৰ মুৰ ভৈল চিৰাচিৰ।
ভৈল অচেতন বহে বোম্বালে ৰুধিৰ ॥

নাপাৰে উশাস তেজ বহে নাকে মুখে।
মৰিল কথমপি জীৱ বৰ দুখে॥
বাণ বিৰে ক্ষণে ক্ষণে হোৱে ক্ষতিহত।
ৰামময় মাত্ৰ দেখে সকলে জগত॥
ৰামে পাইলে মুনি ভয় হোৱে সপনত।
ৰাঘৱৰ শৰে লৈয়া ফুৰে আকাশত॥
সপনে মচিন্তে সিতো ৰাম বিনে আন।
মেৰেশৰ ৰামত লাগিল [illegible]॥
মাৰাৰ দুপুৰাই তাৰ ৰামৰ জ্ঞাত।
এবিলে মাৰীচে বিষয়ৰ ভোগ যত॥
সেহি ধৰি বিদায় লইলা ৰাৱণত।
তপ হেতু চলি গৈলা ৰহিল বনত॥
ৰাম লক্ষ্মণৰ দেখি বিক্ৰম সাক্ষাত।
পুষ্প বৰিষিলা দেৱে দুইৰো মাথাত॥
অদ্ভুত মহিমা দেখি ৰাম লক্ষ্মণৰ।
ভৈলন্ত বিস্ময় মুনিগণ নিৰন্তৰ।
দুই ভাইক প্ৰশংসা কৰিলা বহুতৰ।
ধন্য ৰাম লক্ষ্মণ সাৰ্থক ধনুৰ্দ্ধৰ॥
ঈষত কটাক্ষে দুয়ো কৰি মহালীলা।
চৌধ কোটি ৰাক্ষস ক্ষণেকে সংহৰিলা॥
কৰ্ম্ম দেখি জানিলোঁহো নুহিকা মানুষ।
ভৈলা অৱতাৰ হৰি পৰম পুৰুষ॥
ৰাক্ষস মাৰিয়া তাৰ কৰিলা নিৰ্ব্বাণ।
সাধিলাহা জগতৰ পৰম কল্যাণ॥
যাৰ নামে সাজ হোৱে ধৰ্ম্ম কৰ্ম্ম যত।
হেন তুমি ভৈলা আসি সহায় যজ্ঞত॥
জানিলোঁহো আমাৰ ভাগ্যৰ নাহি সীমা।
এহি মতে দুহাঙ্কো বখানি মহিমা॥

মুনিগণ সবে বিশ্বামিত্র মহাঋষি।
পূৰ্ণা দিয়া যজ্ঞ সাঙ্গ কৰিলা হৰিষি ॥
অগ্নি বিসৰ্জ্জিয়া পাচে দক্ষিণা কৰিলা।
ৰাম লক্ষ্মণক সবে আশীৰ্ব্বাদ দিলা ॥
বিশ্বামিত্ৰ মুনিৰ হৰিষ আতি মন।
পৰমান্ন ভোজন কৰাইলা মুনিগণ ॥
দানে মানে সমস্তৰে মন সন্তোষিলা।
সুবৰ্ণ ৰজত বস্ত্ৰ গায়ে গায়ে দিলা ॥
ভৈলন্ত সন্তুষ্ট মুনিগণ নিৰন্তৰ।
ৰঙ্গমনে চলি গৈলা আপোনাৰ ঘৰ ॥
ৰামৰ প্ৰসাদে বিশ্বামিত্ৰ মুনিবৰ।
যজ্ঞ সাঙ্গ কৰি ভৈলা হৰিষ বিস্তৰ ॥
হাতে দুণ্ডিঘুণ্ডি আতি দুইহান্তৰ গাৱে।
আশীৰ্ব্বাদ কৰি বুলিলন্ত বহু ভাৱে ॥
তুমি নাৰায়ণ দেৱ অনাদি অনন্ত।
তুমি সে যজ্ঞৰ ফলদাতা ভগৱন্ত ॥
তুমিসে আপুনি ধৰ্ম্ম কৰ্ম্ম যজ্ঞ যত।
জানি সমৰ্পিলোঁ যজ্ঞ তযু চৰণত ॥
তুমিসে কেৱল সত্য বোলোঁ পৰমাৰ্থ।
তোমাৰ প্ৰসাদে ৰাম ভৈলোঁহো কৃতাৰ্থ ॥
তোমাত বিনাই আন সবে ব্যৱহাৰ।
ধৰ্ম্ম প্ৰবৰ্ত্তাইবে লাগি ভৈলা অৱতাৰ ॥
আপুনি আচৰা ধৰ্ম্ম মনুষ্যৰ নয়।
তোমাক ঈশ্বৰ বুলি কেহো নজানয় ॥
যোগবলে ছন্ন হুয়া আছা মহাশয়।
ব্যৱহাৰ পালিবাক আমাৰ লাগয় ॥
যজ্ঞ ৰক্ষা কৰি হিত কৰিলা আমাক।
উচিত প্ৰসাদ আৰে কি দিবোঁ তোমাক ॥

## ৰাম কৰ্ত্তৃক হৰধনুৰ্ভঙ্গ।

### ছুলৰি।

অনন্তৰে মহা ঋষি বিশ্বামিত্ৰ,
ৰাম লক্ষ্মণক লই।
সহৰিষ মনে, মধুৰ গমনে,
মিথিলা পাইলন্ত গই॥
ঋষিৰ পাচত, হৰিষে মনত,
চলন্ত ৰাম লক্ষ্মণ।
যেন শিশু সিংহ, দেখিতে বিৰিঙ্গ,
গজৰ যেন গমন॥
ন্তহ সুকোমল চৰণ যুগল
চলাবন্ত লয়লাসে।
দিশ পাশ আতি কৰি প্ৰজ্বলিত,
ৰামৰ দেহ প্ৰকাশে॥
পৰম মধুৰ, লাৱণ্য প্ৰচুৰ,
সাক্ষাত যেন মদন।
মহা মনোহৰ মূৰতি সুন্দৰ
দেখি চাৱে সৰ্ব্বজন॥
ঈষৎ হসিত, বৰিষে অমৃত
দেখন্তা লোকৰ গাৱে।
ৰয় মন প্ৰাণ ন ভাসে নয়ন,
যেতেক ৰামক চাৱে॥
লগত উভতি চলে সৰ্ব্বজন
প্ৰশংসিয়া বহুভাৱে।
ইতো পুৰুষক তুলিলে কোনে নো
সুবৰ্ণ ভুক্তীয়া মাৱে॥

যিতো ভাগ্যৱতী পাইলা আঙ্গ পুত্র
তাইৰ বিধি সুপ্রসন্ন।
সিজনীৰ সম পুণ্য জাঁনো আৰ
নতু কৰে একো জন॥
ৰামৰ সমান পুৰুষ উত্তম,
ই তিনি লোকত নাই।
ত্রৈলোক্যৰ ৰূপ ইহান শৰীৰে
থৈলা বিধি এক ঠাই॥
সীতাৰ সদৃশ একেস্তেসে বৰ
বিধি নিমিলন্ত জানি।
সয়ম্বৰ সম- য়ত মিথিলাত
দৈৱে মিলাইলন্ত আনি॥
জনক নৃপতি কি কাৰ্য্য কৰিলা,
অঙ্গীকাৰ বিপৰীত।
কঠিন ধনুত, কোমল শৰীৰে
নাপাৰিবে গুণ দিত॥
ইহেন বৰত, আপোন ইচ্ছায়ে,
সীতাক দিবে নাপাইল।
যেন কোন জনে হাতৰ অমৃত
আপুনি ঠেলি পেলাইল॥
যেন নৱনিধি পায়া হেকৰায়ে
দৰিদ্র আপোন দোষে।
ৰামক দেখিয়া যত নৰ নাৰী
এহি মতে সবে ঘোষে॥
মুনিৰ পিচত পৰম হৰিষে
চলন্ত ৰাম লক্ষ্মণ।
বিশ্বামিত্র মুনি সয়ম্বৰশালা
পাইল গৈয়া কতোক্ষণ॥

জনক নৃপতি দেখি সচকিতি
উঠিলন্ত চালি গাব।
আপুনি আসন পাবিয়া দিলন্ত
বুলি আতি মৃদু ভাব॥
পাচে জানুশিবে পবশি সাদবে
কবিলন্ত নমস্কাব।
সম্বর্দ্ধে ঋষিক কবিলন্ত পূজা,
হবিষব নাই পাব॥
সুখে আসনত বসিয়া আছন্ত
বিশ্বামিত্র মুনিবব।
দক্ষিণত বাম বামত লক্ষ্মণ,
আবো শিষ্য নিবন্তব॥
গৌতমব পুত্র, নামে শতানন্দ,
পুছিল বিশ্বামিত্রত।
কাহাব কুমাব, রূপে মনোহব,
দেখি নতু হেন মত॥
শতানন্দ আগে, ঋষি বিশ্বামিত্র
কহিল কথা সকল।
দশবথ মহা বাজাব তনয়,
বাম এন্তে মহাবল॥
বামব কনিষ্ঠ, এহন্তে লক্ষ্মণ,
পবম গুণে যুকুত।
চবণ পবশি মাতৃক তোমাব
কবিলা বামে মুকুত॥
বামব চবণ প্রসাদে অহল্যা
ঘোব শাপ নিস্তবিলা।
গৌতম আসিয়া বামক প্রশংসি,
অহল্যাক সম্ভবিলা॥

শুনি শতানন্দ হৈলন্ত হৰিষ,
পাইলন্ত মাত্ৰ নিস্তাৰ।
ৰামক প্ৰশংসি, ঋষিক বোলন্ত,
প্ৰাসাদ ইতো তোমাৰ॥
নোহন্ত মানুষ, পৰম পুৰুষ,
জানলোঁ ৰাম নিশ্চয়।
জগত নিস্তাৰ হেতু অৱতাৰ
হৈলা এন্তে মহাশয়॥
যিতো পদধূলি সদা আৰাধন্ত
ব্ৰহ্মা আদি দেৱগণে।
যাক আশা কৰি সৰ্ব্ব পুৰুষাৰ্থ
এৰে মহা মহাজনে॥
হেনয় পৰম দুৰ্লভ ধূলিক
পাইলা মাত্ৰ মোৰ লাগ।
জ্ঞান লোক তৰা, কোটি জনমৰ,
আছে তান মহাভাগ॥
আমিয়ো চক্ষুৰে দেখিলোঁ ৰামক,
কত বা পুণ্যৰ ফলে।
এহি বুলি শতা- নন্দে ৰাঘৱক,
অৰ্চ্চিলন্ত কৌতুহলে॥
যত যত মহা মহাৰাজগণ
আছয় বসি সভাত।
ৰামক দেখিয়া সগৰ্ব্বে ৰাজাৰ
মুখত হৰিল মাত॥
ৰাঘৱৰ মহা তেজে ধৰষিল,
ভৈল আতি শঙ্কচিত।
প্ৰমত্ত সিংহক দেখি মৃগগণ
হোৱে যেন ভয়ে ভীত॥

সয়ম্বৰ সম- জ্যাত যত যত
আছে নৰ নাৰীচয় ।
ৰামৰ অদ্ভুত ৰূপক দেখিয়া
ভৈ গৈলা মহা বিস্ময় ॥
যাৰ যেহি অঙ্গে, ৰামৰ ৰূপত,
পৰি গৈল দৃষ্টিপাত ।
পুনৰপি আৰ পালটি নাসয়,
ৰহিল তম্হি তথাত ॥
ৰামক দেখিতে নথণ্ডে তৃপিতি,
লাগি গৈল যেন ধ্যান ।
অমৃতক যেন পিয়ন্তে পিয়ন্তে
জুৰায় তনু মন প্ৰাণ ॥
জনকনন্দিনী দেখিলা ৰামক
ৰূপ আতি বিপৰীত ।
ৰামৰ ৰূপত নিমজিল মন,
ভৈ গৈল দেৱী মোহিত ॥
মনত বোলন্ত, কোন নো বিধিয়ে
স্ৰজিলা ৰূপ ৰামৰ ।
কোটি এক কাম দেখো জানো আৰ
নুহিবেক সমসৰ ॥
এহেন্তেসে মোৰ হৈবে নিজপতি,
কৰিলোঁ মনে নিশ্চয় ।
ইহান আগত, দেখোঁ যেন মৰা,
আছে যত ৰাজাচয় ॥
ৰামত বিনাই আন পুৰুষক
নবৰিবোঁ কদাচিত ।
কিনো কাজে মোৰ পিতৃ কৰিলন্ত
অঙ্গীকাৰ বিপৰীত ॥

তথাপি আমক নভজিবোঁ যদি
ধনুত গুণ লগাৱে।
পিতৃৰ বচন ছন্ন কৰি মই
ভজিবোঁ ৰামৰ পাৱে ॥
ৰামৰ নখৰ সমান নাহিকে
ইতিনি লোকৰ মাজে ।
ইহাঙ্ক এৰিয়া আন পুৰুষক
ভজিবোঁ কমন কাজে ॥
মোহোৰ কৰ্ম্মৰ ফলে জানো আনি
ৰামক মিলাইলা বিধি ।
অকস্মাৎ যেন দৰিদ্ৰৰ হাতে
উপগত নৱনিধি ॥
ৰামক এৰিয়া কোন অভাগিনী
আনক ভজিবে যায় ।
হাতৰ অমৃত এৰি কোন জনী
মৰিবেক বিষ খাই ॥
এহি মতে সীতা দেৱী কৰিলন্ত
ৰামৰ চৰণ সাৰ ।
তেজি আন কাম বোলোঁ ৰাম ৰাম
যত লোক সমস্ত্যাৰ ॥

পদ ।

ৰাম লক্ষ্মণক দেখি জনক নৃপতি ।
বিশ্বামিত্ৰ মুনিত পুছিলা মহামতি ॥
কিবা নাম আন দুইৰ কাহাৰ তনয় ।
মহাৰূপৱন্ত আতিশয় শুভনয় ॥
আপোনাৰ কহিয়ো কুশল আগমন ।
আজ্ঞা কৰিয়োক কিবা সাধোঁ প্ৰয়োজন ॥

শুনি হাসি বিশ্বামিত্র বুলিলা বচন।
এৰা দুই দশৰথ ৰাজাৰ নন্দন ॥
আন ৰাম নাম সৰ্ব্ব গুণৰ আলয়।
আন নাম লক্ষ্মণ পৰম শুভনয় ॥
শ্রেষ্ঠ ৰাম কনিষ্ঠ লক্ষ্মণ বীৰবৰ।
জানিবা ৰামক তুমি পৰম ঈশ্বৰ ॥
পৰম পুৰুষ হৰি জগত আধাৰ।
ৰামৰূপে ভৈলা পৃথিবীত অৱতাৰ ॥
হৰিবা ভূমিৰ ভাৰ ৰাক্ষস সংহৰি।
তযু গৃহে লক্ষ্মী আছে সীতা নাম ধৰি ॥
ৰামবেসে ভাৰ্য্যা সীতা জানা স্বৰূপত।
দিয়োক সীতাক তুমি বিবাহ ৰামত ॥
হৈবেক তোমাৰ তেবে পৰম কল্যাণ।
এহি প্ৰয়োজনে আসি আছোঁ তযু থান ॥
ত্রৈলোক্য বিজয়ী ৰাম মহা ধনুৰ্দ্ধৰ।
ত্রিভুবনে নাহিকে ৰামৰ সমসৰ ॥
জনক নৃপতি মাতিলন্ত হেন শুনি।
মোহোৰ বচন শুনিয়োক মহামুনি ॥
নাহি দশৰথৰাজা পৃথিবীত সম।
তাহান তনয় ৰাম পুৰুষ উত্তম ॥
মহা সুকুমাৰ ৰূপ লাৱণ্য প্রচুৰ।
ভুবন মোহন অতি মূৰতি মধুৰ ॥
এবে সে নিশ্চয় পতি হৈবন্ত সীতাৰ।
কিন্তু মই এক কৰি আছোঁ অঙ্গীকাৰ ॥
মৃগ মাৰি মহাদেৱে দুৱাৰে আমাৰ।
এৰি গৈলা ধনুখান যেন বজ্ৰসাৰ ॥
তাক ধৰে থৈয়া মই বুলিলোঁ বচন।
ইহাতে লগাইতে গুণ পাৰে যিতো জন ॥

তাহাতে বিবাহ সীতা দিবোঁহো নিশ্চয়।
না পারিলা গুণ দিবে যত রাজাচয় ॥
রামক দেখিয়া বসি গুণো মনে মনে।
মিছা অঙ্গীকার করিলোঁহো কি কারণে ॥
এতে সে জানিবা বর সীতার উচিত।
বিধাতা আনিয়া করিলন্ত উপস্থিত ॥
মহা উচপিচ মুনি করে মোর চিত্ত।
না পারিবে রাঘবে ধনুত গুণ দিত ॥
রামক চাহন্তে অঙ্গীকার হেরবাওঁ।
অঙ্গীকার চাহোঁ যেবে রামক নাপাওঁ ॥
একক চাহন্তে মোর অপর নঘটে।
বাজিয়া রহিলোঁ মই উভয় শঙ্কটে ॥
বিশ্বামিত্রে বোলন্ত জনক মহাভাগ।
ইসব চিন্তাক তুমি করা পরিত্যাগ ॥
কোন বস্তু ধনুখান রামর আগত।
না জানাহা তুমি রামচন্দ্রর মহত্ত্ব ॥
ঈষত কটাক্ষে ধনু ভাঙ্গিবন্ত রামে।
পাইবন্ত সীতাক চিন্তা করা কিবা কামে ॥
বুলিলা জনকে বিশ্বামিত্রক জুনাই।
কেমনে গুচিবে চিন্তা শুনিয়ো আতাই ॥
ধরিলেক ধনু মহা মহা রাজাগণে।
লারিবাকো নাপারিলা অনেক যতনে ॥
কোমল শরীর রাম বয়সত অল্প।
পরম কঠিন ধনু যেন বজ্রকল্প ॥
তাক ধরি কৈয়া রামচন্দ্রে কি করিব।
আছো গুণ দিবে লারিবাকো নাপারিব ॥
ধনুত লগাইবে গুণ রামর না লাগে।
সমাজত লঘু কেনে হৈব মহাভাগে ॥

অঙ্গীকাৰ লাৰি সীতা দিবোঁহো ৰামক।
কৈত খুজি পাইবোঁ আৰ ইমত বৰক ॥
অজিজ্ঞাসি পূৰ্ব্বত কৰিলোঁ অঙ্গীকাৰ।
তাক এৰিলাত দোষ নাহিকে আমাৰ ॥
যদি দোষ হৱে তাক নকৰোঁহো ডৰ।
গুচিবে সকলে দোষ প্ৰসাদে ৰামৰ ॥
শুনি বিশ্বামিত্ৰে হাসি বুলিলন্ত বাণী।
কৰাঁহা সংশয় তুমি ৰামক নাজানি ॥
এন্তে সে ঈশ্বৰ চৰাচৰ জগতৰ।
ধনু ভাঙ্গিবন্ত কোন প্ৰয়াস ৰামৰ ॥
চাহি থাকা জনক নৃপতি কৌতূহলে।
ধনুতে পৰীক্ষা আজি পাইবাহা সকলে ॥
শুনি সীতা মনে কোপ কৰন্ত ঋষিক।
মোহোৰ বিপক্ষ এন্ত আচৰন্ত কিক ॥
অঙ্গীকাৰ লাৰি মোক বিয়া দিবে চান্ত।
ঋষিৰ কাৰণে পিতৃ তাহাক নাপান্ত ॥
ধনু ভাঙ্গিবাক এন্তে বোলন্ত কিসক।
ইহান নিমিত্তে মই নাপাইবোঁ ৰামক ॥
ৰাম মোৰ স্বামী হাতে মিলাইলেক বিধি।
বিশ্বামিত্ৰ হেতু হেৰুৱাইবোঁ নৱনিধি ॥
স্বৰ্ণ পুতলি যেন সুকোমল তনু।
হেন ৰামে কিমতে ভাঙ্গিবে বজ্ৰধনু ॥
নালাগে ভাঙ্গিবে ধনু সীতা দেন্ত হাক।
অঙ্গীকাৰ এৰি বিয়া দিয়োক আমাক ॥
পাচে বিশ্বামিত্ৰ ঋষি বুলিলা বচন।
শুনিয়োক ৰাম ৰঘুকুলৰ নন্দন ॥
ধনুখানি ভাঙ্গি বিয়া কৰিয়ো সীতাক।
উঠিয়ো সত্বৰে ৰাখিয়োক মোৰ বাক ॥

শুনি ৰামচন্দ্ৰে উঠিলন্ত তাৰক্ষণে।
কৰ্ষালত বস্ত্ৰ কাছিলন্ত ৰঙ্গমনে॥
ঋষিক প্ৰণামি চলিলন্ত ৰঘুবৰ।
দেখি হাসি তুলিলেক ৰাজা নিৰন্তৰ॥
বৰ বৰ বীৰে নাপাৰিলে লাৰিবাক।
ভৈলোঁ লঘু লোকে বেঢ়ি হাসিলে আমাক॥
শিশুমতি হুয়া তাক প্ৰতি কৰে সাস।
হেনসে ইহাৰ জানকীক ভৈল আশ॥
বিশ্বামিত্ৰ মুনি শুনি চপৰাইলা মাথ।
জানো ধনু ভাঙ্গিবে নাপাৰে ৰঘুনাথ॥
অসুখ অশান্তি আতি মনত সীতাৰ।
হৰি হৰি বিধি সিদ্ধি নভৈল আমাৰ॥
হাসিয় চলন্ত ৰামচন্দ্ৰ মহাবল।
প্ৰত্যেক ভৰিত মহী কৰে টলমল॥
প্ৰমত্ত কেশৰী যেন যান্ত মহাশয়।
দেখি ৰাজাগণ ভৈল পৰম বিস্ময়॥
গুচিল সবাৰ হাসি বিবৰ্ণ বদন।
সীতা গোসানীৰ মন ভৈগৈল প্ৰসন্ন॥
ধনুৰ নিকট গৈয়া চাহিলন্ত ৰামে।
কৰে চিকিমিকি স্বৰ্ণৰ-চিত্ৰ কামে॥
বাম হাতে লীলায়ে ধৰিলা ধনুখান।
ক্ষেপিলন্ত আকাশক কতোদূৰ মান॥
পুনু বাম হাতে ধৰি পৰম নিপুণ।
নিমিষেকে ধনুত লগাইলা ৰামে গুণ॥
আগত থাপিলা নিয়া তুলি বাম ভৰি।
দিলা টান গুণত দক্ষিণ পাচ কৰি॥
টানন্তে ধনুৰ আগ পাচ নামি আইল।
দেখি সবে ৰাজাগণ মাথা চপৰাইল॥

বিশ্বামিত্ৰ মাথা তুলিলন্ত হাস্য কৰি।
ৰামৰ ভৰত থিৰ নোহে বসুন্ধৰী ॥
ধনু টানিবাৰ দেখি হৰিষ সীতাৰ।
পৃথিৱী কম্পিতে চিন্তা ভৈল আৰবাৰ ॥
ভৰি থিৰ নভৈলে নাপাইবে বল গাৱে।
পৃথিৱীক কাতৰ কৰিলা সীতা মাৱে ॥
মাতৃ বসুমতী কৃপা কৰিয়োক মোক।
থিৰ হয়া প্ৰভু ৰাঘৱক ধৰিয়োক ॥
দিগ্‌গজসকল তুমি সবে হৈবা থিৰ।
শুনিয়ো অনন্ত তুমি নালাৰিবা শিৰ ॥
হে কূৰ্ম্ম ভালে অনন্তক ধৰিবাহা।
দিগপালসকল স্বামীৰ হৈবা সহা ॥
এহি মতে সীতা হয়া আছন্ত আকুল।
পাচে ৰামচন্দ্ৰ জগতৰ আদি মূল ॥
গুণগাছ এৰি দিয়া টঙ্কাৰ কৰিলা।
প্ৰচণ্ড শবদে আতি ব্ৰহ্মাণ্ড লৰিলা ॥
দশোদিশ ব্যাপি প্ৰতিধ্বনি গৈল ৰৱে।
ত্ৰাস ভৈল সৰ্ব্বজনে ঝোলে বজ্ৰ পৰে ॥
সাতোখান স্বৰ্গ বাৰম্বাৰ লৰি গৈল।
সপ্তদ্বীপা বসুমতী টলমল ভৈল ॥
কাথৰ লড়িল সাতো সাগৰ খলকি।
জলজন্তু ভৈল ত্ৰাস প্ৰলয়ক শঙ্কি ॥
দিগ্‌গজসকল কম্পে তৰতবিমান।
মহাত্ৰাসে কম্পিল পাতাল সাতোখান ॥
কম্পিলন্ত অনন্ত যতেক নাগগণ।
কূৰ্ম্ম কম্পি ফোকাৰ তেজয় ঘনে ঘন ॥
মেৰু আদি কম্পিল যতেক গিৰিবৰ।
ভয় হয়া কম্পে আতি দেৱাসুৰ নৰ ॥

চরাচর লোক কম্পি কম্পি লৈল ঠাই।
সমাজর লোকর চেতন জ্ঞান নাই॥
কর্ণত হানিলা অল হৃদয় শুকাইল।
পাচে কতোক্ষণে কথমপি ধাতু আইল॥
পাচে রামে শুরন্ত ধরিয়া বল দিল।
ঠোকোর করিয়া ধনু মাজতে ভাঙ্গিল॥
পুনরপি প্রকম্পিত ভৈল ত্রিভুবন।
প্রলয় মিলিল হেন বোলে সর্ব্বজন॥
মিথিলার লোক মানে ভৈল পূর্ব্বমত।
চেতন লভিয়া পাচে রাজাগণ যত॥
রামক নিরখি মহাভয় চিত্ত ভৈল।
হেট মাথে চক্ষুমুদি মরা যেন রৈল॥
ত্রাসত হৃদয় কম্পে বুদ্ধি নোহে থির।
মনে বোলে নতু দেখি শুনি হেন বীর॥
জানিলোঁহো এন্তে রাম মানুষ নোহয়।
দেবতো উত্তম দেব হেন মনে লয়॥
রামচন্দ্রে ধনুখান ভাঙ্গি অপ্রয়াসে।
হাসি বসিলন্ত গৈয়া বিশ্বামিত্র পাশে॥
ধরিয়া রামক বিশ্বামিত্র মুনিবর।
চুম্বন করিয়া প্রশংসিলা বহুতর॥
ধন্য রামচন্দ্র তুমি বিক্রম তোমার।
রহিল নির্ম্মল যশ জুরিয়া সংসার॥
ধনু ভাঙ্গিলন্ত রামচন্দ্র মহাশয়।
আনন্দে নধরে সীতা দেবীর হৃদয়॥
পরম প্রেমত নীর বহে নয়নর।
সুপ্রসন্ন বিধি বুলি উঠিলা সত্বর॥
সুবর্ণর পুষ্পমালা হাতে তুলি লৈলা।
বিষ্ণুক ররিবে যেন লক্ষ্মী সাজ ভৈলা॥

সখীগণ মাজহন্তে বাজ ভৈলা সতী।
হবৰ পাশক যেন চলিলা পাৰ্ব্বতী ॥
দিশ পাশ প্ৰকাশিয়া শৰীৰ জলয়।
গজেন্দ্ৰৰ পাশে যেন হস্তিনী চলয় ॥
ৰাজহংস জিনি আতি গতি লয়লাস।
চলি যান্ত বতি যেন মদনৰ পাশ ॥
ৰাঘৱৰ নিকট চাপিয়া ববৰালা।
সাদৰে মাথাত দিলা সুবৰ্ণৰ মালা ॥
ৰবিল ৰামক আনন্দৰ নাহি পাৰ।
চৰণত ধৰি কৰিলন্ত নমস্কাৰ ॥
দেখি ৰামচন্দ্ৰে পাচে সীতাক আশ্বাসি।
আপোনাৰ পাশক চপাইলা প্ৰভু হাসি ॥
প্ৰকাশন্ত সীতা সতী ৰাঘৱৰ পাশে।
চন্দ্ৰৰ পাশত যেন ৰোহিণী প্ৰকাশে ॥
লক্ষ্মীনাৰায়ণ দুই ভৈল এক থান।
জগতৰ ভৈল আসি পৰম কল্যাণ ॥
সমস্ত লোকৰ ভৈল পৰম মঙ্গল।
জয় জয় বুলি জোকাৰন্ত সৰ্ব্বজন ॥
আকাশত থাকি দেৱগণ অসংখ্যাত।
পুষ্প বৰষিলা ৰাম সীতাৰ মাথাত ॥
দুন্দুভি বজায়া দেৱে কৰে জয় জয়।
মুখ্য মুখ্য অপেশ্বৰা কাছিয়া নাচয় ॥
ত্ৰিজগত লোকৰ মিলিল মহোৎসৱ।
দশোদিশ ছানি মাত্ৰ শুনি জয় ৰৱ ॥
সাৰ্থক লভিল বৰ মাৱ সীতা সতী।
ভৈলন্ত আনন্দ আতি জনক নৃপতি ॥
ৰাজাগণে দেখে সীতা ৰামক ৰবিল।
বজ্ৰপাত ভৈল যেন সম্যকে মৰিল ॥

সীতাক চাহিয়া সবে ত্যজিল নিশ্বাস।
কি কাৰণে ৰবিষেক খাটিলোঁ প্ৰবাস ॥
সীতাত নৈৰাশ হুয়া যত ৰাজাচয়।
মহা মৰ্ম্মে সবে ত্যজিলেক লাজ ভয় ॥
কোপে অপমানে আতি প্ৰজ্বলিত ভৈল।
জনক ৰাজাক আতি গৰ্জ্জিবাক লৈল ॥

---

## বাটত পৰশুৰামৰ সৈতে ৰামৰ সাক্ষাত আৰু পৰশুৰামৰ পৰাভৱ।

সেহি সময়ত পাচে জমদগ্নি ৰাম।
ধনু ভঙ্গ শুনি কোপে নিকলিল ঘাম ॥
কমনে ভাঙ্গিল ধনু মোহোৰ গুৰুৰ।
সি জনৰ দৰ্প আজি কৰিবোঁহো চুৰ ॥
পৰশু ঠাৰখান পাৰিয়া কান্ধত।
ভয়ঙ্কৰ ধনুখান ধৰিয়া হাতত ॥
ৰাজাৰ সেনাৰ মাজে ভৈলা উপগত।
শৃঙ্গে সমন্বিতে যেন সচল পৰ্ব্বত ॥
দুৰ্জ্জয় শৰীৰ ধনুৰ্দ্ধৰ মহাবীৰ।
ক্ৰোধৰ বেগত আতি নুহিকন্ত থিৰ ॥
ফুৰাৱন্ত চক্ষু দুই অগণি সমান।
দেখি কটকৰ ভয়ে উৰি গৈল প্ৰাণ ॥
দৃষ্টি অন্ধকাৰে নেদেখিয়া দিশপাশ।
পৰশুৰামৰ মূৰ্ত্তি দেখি ভৈল ত্ৰাস ॥
কিসে পাইলে বুলি ধাতু শুকতি উৰিল।
চক্ষু জপাই সেনা সবে ভূমিত পৰিল ॥

কৈয়া রাম বুলিয়া মাতন্ত শীঘ্রকরি।
ব্রাহ্মণর চিহ্ন যজ্ঞসূতা আছা ধরি॥
ক্ষত্রিয় লক্ষণ হাতে আছে ধনুখান।
পরম নির্দ্দয় দয়া নাহি অণুমান॥
পিতৃর বচনে কাটি আছয় মাতৃক।
হেন জনে আনক করিবে দয়া কিক॥
শিরে জটাভার গলে রুদ্রাক্ষর মালা।
কটিত বাকলি বস্ত্র কুশর মেখলা॥
ঝক ঝক দান্ত শোভা করে শোক দাড়ি।
গায়ে মল পঙ্ক বনবাসী রূপ ধারী॥
হাতে মালা ধরিয়া জপন্ত সর্ব্বক্ষণ।
উফরন্ত ক্রোধত দেখিবে যম যেন॥
ভ্রুর চালি কপালর গাঁঠি শিহরাই।
দশন চোবায়া কোপে মাতন্ত শেহাই॥
গর্জ্জিরে লাগিলা আতি নিষ্ঠুর বচনে।
আমার গুরুর ধনু ভাঙ্গিল কমনে॥
বামহাতে ধরি ঘোরতর ধনুখান।
পৃথিবীর ক্ষত্রি মারি করিলোঁ নির্ব্বাণ॥
ক্ষত্রি হুয়া কোন বীর পুনরপি আইল।
জানিলোঁ সিজনে মোর বার্ত্তাক নাপাইল॥
মোর কথা শুনি ক্ষত্রি নাম কোন ধরে।
হেনমত ভয় সিতো সাসক নকরে॥
এবে কোন জনে মোক নগণে মনত।
এতিক্ষণ থির হোক মোহোর আগত॥
রৌদ্রে ররষণে আতি পরিয়া আছয়।
পুরণা ধনুক ভাঙ্গি মুনিহ কহয়॥
আজি যেবে জীব লৈয়া যায় মোর আগে।
তেবে লৈয়া বীরত্ব কহোক যত লাগে॥

শুনি দশৰথ ৰাজা শুণত মৰত।
ভৈলোঁ বৃদ্ধ আমাৰ শৰীৰ আশকত ॥
দেখিয়া ছৱাল নিজ পুত্ৰ চাৰি খানি।
বিপৰীত চিন্তা লভিলন্ত মহামানী ॥
ৰামে সমে আছি যদি আছো দুই বীৰ।
তেবে কি কৰিবোঁ আৰু দুৰ্জ্জয় শৰীৰ ॥
বিপাকে ঠেকাইলা আনি বিধাতা আমাক।
বিবাদে নপৰি আৰু বোলোঁ প্ৰিয় বাক ॥
এহি বুলি পৰশুৰামক নৰনাথে।
পাদ্যে অৰ্ঘে পূজি চৰণত ধৰি হাতে ॥
স্তুতি নতি প্ৰণতি বোলন্ত দশৰথ।
তথাপিতো দয়া তাৰ নোপজে মনত ॥
হাতে ঘোৰ ধনু ধৰি চক্ষু পকাই চান্ত।
বাঘে যেন গৰ্জ্জিয়া ৰামক ধায়া যান্ত ॥
দেখি ৰামচন্দ্ৰে মুখে অল্পহাস্য কৰি।
পৰশুৰামৰ আগ ভৈলা ধনু ধৰি ॥
জমদগ্নি ৰামে শ্ৰীৰামক দেখিলন্ত।
কৰিয়া তৰ্জ্জন পাচে বাক্য বুলিলন্ত ॥
নাজানাহা ৰণ কিছু ছৱাল ৰাজাৰ।
জানো তুমি কথা নতু শুনাহা আমাৰ ॥
পৰশুৰাম নাম মোৰ বিদিত সংসাৰ।
নিক্ষত্ৰি কৰিলোঁ মহী তিনি সাতবাৰ ॥
ক্ষত্ৰিয়ৰ নিমিত্তে সাক্ষাত মই যম।
সম্প্ৰতি আছোহো মই পৰিয়া নিজম ॥
ডাকিয়া আনিলা মোক দেখায়া দৰ্পক।
দাণ্ডি দিয়া জগাইলাহা কাহাল গোমক ॥
কুপিত সিংহৰ আগে পেলাইলাহা গাৱ।
আনিলা যমক যেন দিয়া হাত বাৱ ॥

মই অন্তকর কোপ তুলিলা কিসক ।
শিশু হুয়া কৰা কেনে দুর্যোৰ কৰ্ম্মক ॥
ধনু ভাঙ্গি যশ বৰ লভিলা ডাঙ্গৰ ।
উপাৰিয়া শৃঙ্গ যেন মেৰু পৰ্ব্বতৰ ॥
কাৰ'ৰৰ পায়া তুমি কৰা হেন কৰ্ম্ম ।
আমাৰ গুৰুৰ ধনু ভাঙ্গি দিলা মৰ্ম্ম ॥
জানিলোঁ কৰিলা গুৰু দেৱত ভকতি ।
সুহি কেন মতে হৈব ই দূৰ শকতি ॥
ত্ৰিভুৱনে পৰম উজ্জ্বল ৰাম নাম ।
নাহি সংসাৰত ইতো নামক উপাম ॥
সেহি ৰাম নাম ধৰি আমাৰ প্ৰকাশ ।
হেন নাম লৈলা তুমি কৰি অভিলাষ ॥
বোলা ৰাম নাম লৈলে মোৰ হৈবে খ্যাতি ।
আমাক বিদ্বেষ তুমি কৰিলাহা আতি ॥
বৰ তেজবন্ত বীৰ ভৈলাহা অধিক ।
কৰিবাহা লুপ্ত তুমি আমাৰ কীৰ্ত্তিক ॥
ত্ৰিজগত লোকে জানে মোৰ বিক্ৰমক ।
ক্ষত্ৰিয়ৰ নামে মই সাক্ষাতে অন্তক ॥
নাপাৰোঁ জিনিবে যেবে তোমাক ৰণত ।
নিস্ফল জীৱন মোৰ ইতো সংসাৰত ॥
জনকৰ ঘৰে ভাঙ্গি পচা ধনুখান ।
তাতে বোলা নাহি মোত মুনিহ সমান ॥
মই চুৰ কৰিবোঁ তোমাৰ গৰ্ব্ব যত ।
পৰিলা চেঙেলি আজি দুঢ়াৰ হাতত ॥
ৰহি আছা বৃক্ষ যেন নদীৰ তীৰত ।
অলপতে পৰে শিফা নাহিকে তলত ॥
হোৱাঁ যদি ৰাম তুমি বীৰ অদভুত ।
লগায়োক গুণ দেখোঁ আমাৰ ধনুত ॥

তেবেসে মুনিহ বুলি জানোহো সাক্ষাত।
বিনা যুদ্ধে তন্ন মই মানিবোঁ তোমাত॥
তাক দেখি ৰামচন্দ্রে লাগিলা হাসিত।
ধনু দেখি দশৰথ ভৈলা ভয় ভীত॥
প্রসন্ন বদনে ৰামে বুলিলা বচন।
শুনিয়োক ঋষি জমদগ্নিৰ নন্দন॥
ঋষি ধৰ্ম্ম অনুসৰি আছা মহাভাগ।
আমাত তোমাৰ কেনে এত মান ৰাগ॥
ক্ষমাসে উচিত ধৰ্ম্ম হোৱয় তোমাৰ।
কিসক কৰিলা তুমি তাক পৰিহাৰ॥
ধৰ্ম্ম এৰি অধৰ্ম্ম কৰয় যিতো নৰ।
তাক দণ্ড কৰিবে লাগয় ক্ষত্রিয়ৰ॥
ব্রাহ্মণত জন্ম ধৰ্ম্ম ধৰিছা ঋষিৰ।
তাক এৰি ধৰ্ম্ম কেনে আচৰাঁ ক্ষত্রিৰ॥
শম দম দান দয়া ক্ষমা তযু ধৰ্ম্ম।
ক্রোধ অহঙ্কাৰ আদি ক্ষত্রিয়ৰ কৰ্ম্ম॥
কৰিলাহা তুমি সিতো ধৰ্ম্ম বিপৰ্য্যয়।
বিচাৰত দণ্ডিবাক তোমাক লাগয়॥
ভাঙ্গিলোঁহো ধনু আমি গুৰুৰ তোমাৰ।
ক্ষত্রিয়ৰ ধৰ্ম্ম ইতো উচিত আমাৰ॥
কোন দোষে কৰাঁ তুমি আমাৰ বিৰোধ।
ঋষিৰ তোমাৰ কেনে এতমান ক্রোধ॥
জ্ঞান শূন্য হুয়া অধৰ্ম্মত প্রবৰ্ত্তিলা।
ভাল ভৈল আসি মোৰ আগত মিলিলা॥
কৰোঁ আজি তোমাক উচিত প্রায়শ্চিত্ত।
যেন আনক্ষণ অধৰ্ম্মত নেদা চিত্ত॥
ধৰ্ম্মহীন হুয়া দৰ্প কৰাঁ মোৰ আগে।
অৱশ্য তোমাক দণ্ড দিবে মোৰ লাগে॥

ভাঙো আজি সকলে তোমাৰ মিছা চোৰ ।
বুজা কেন মত শিশু ছৱালৰ ৰঙ্গ ॥
তুমি কেনমত বীৰ পৰীক্ষাক চাও ।
তুহি যেবে বোলোঁ ক্ষমা কৰিয়া পঠাও ॥
যদ্যপি আমাৰ মুনি নোহে ক্ষমা ধৰ্ম্ম ।
বৃদ্ধ দেখি তোমাক লাগয় মোৰ মৰ্ম্ম ॥
বাপোক গুহক গুৰু মিলোঁহো বিদায় ।
তথাপিতো যদ্যপি তোমাৰ ক্ষমা নাই ॥
মোৰ দোষ নাহি তেবে কহোঁ স্বৰূপত ।
কৰোঁ চুৰ সকলে তোমাৰ গৰ্ব্ব যত ॥
তোমাৰ ধনুৰ বৰ বখানা মহত্ব ।
বল বুজি চাওঁ ধনুখান কেনমত ॥
ইহাত লগাইলে গুণ ভঙ্গ যদি মানা ।
লগাইবোঁহো গুণ ধনু মোক দিয়া আনা ॥
তোমাৰ ধনুত গুণ পাৰোঁ যেবে দিতে ।
জিনিবোঁ ৰণত তেবে তোমাক ইঙ্গিতে ॥
শুনিয়া পৰশুৰামে ধনুখান দিলা ।
শ্ৰীৰামে লগাইলা গুণ কৰি মহালীলা ॥
বল দিয়া ৰাঘৱে টানন্ত ধনুখান ।
লোক লোক বোলে ফুল-ধনুৰ সমান ॥
ধনু টানি ৰামচন্দ্ৰে হাসন্ত হৰিষি ।
ইহাৰেসে মহত্ব বখানা তুমি ঋষি ॥
এহি বুলি ৰামে পুনৰপি দিলা টান
মহাশব্দে মাজতে ভাঙ্গিলা ধনুখান ॥
শবদৰ ত্ৰাসত কম্পিল ত্ৰিভুৱন ।
মহাভয়ে অচেতন ভৈল সৰ্ব্বজন ॥
ৰাঘৱে বোলন্ত গুৰু কৰিলোঁ অকাজ ।
টানন্তে ভাঙ্গিল ধনু ভৈলোঁ মই লাজ ॥

নসহিল ধনু ছুৱালবো টানিবাক।
বীৰ বোলাই তুমি কেনে লৈয়া ফুৰা আৰু॥
আমাকো কৰিলা লঘু আপুনিও ভৈলা।
দেখিয়া পৰশুৰাম স্তব্ধ হুয়া ৰৈলা॥
অনন্তৰে ৰামচন্দ্ৰ পুৰুষ নিপুণ।
নিজ ধনুখান লৈয়া লগাইলন্ত গুণ॥
বাণ যুৰি মাতিলন্ত পৰশুৰামক।
হেৰা দেখাঁ কৰোঁ ছাই তোমাৰ পৰ্ব্বক॥
ৰাখিবাহা প্ৰাণ যেৱে মাগা পৰাজয়।
ভৈলন্ত পৰশুৰাম দেখি মহা ভয়॥
বল দৰ্প গুচি মুখে হৰিল বচন।
হুইল বিবৰ্ণ অতি মলিন বদন॥
পৰশুৰামৰ ভাগি গৈলা কাঁপ জাপ।
বৈদ্য দেখি যেন মুণ্ড চপৰাইল সাপ॥
শ্ৰীৰামৰ আগত ভাগিল সবে ভাৱ।
সূৰ্য্য আগে নাহি যেন চন্দ্ৰৰ প্ৰকাশ॥
অস্তকালে যেন নক্ষত্ৰয় দিনকৰ।
গৰুড়ৰ আগে দৰ্প হৰয় সৰ্পৰ॥
জমদগ্নি সুত ৰাম ভৈলা সেহি নয়।
লোক বিদ্যমানে লঘু ভৈলা অতিশয়॥
যম হেন সাক্ষাতে দেখন্ত ৰাঘৱক।
মাৰিবন্ত শৰ বুলি লাগিল চমক॥
দেখি ৰামচন্দ্ৰ অতি ভৈলা দায়াযুত।
হাসিয়া বোলন্ত শুনা জমদগ্নি সুত॥
আসিলাহা ধায়া তুমি আমাক মাৰিত।
জানিলোহো তোমাৰ কঠিন বৰ চিত্ত॥
ঋষি হুয়া ভৈলা তুমি এসুৱা নিৰ্দ্দয়।
তোমাক মাৰিবে মন আমাৰ নলয়॥

ৰাখিলোঁ তোমাৰ প্ৰাণ নকৰিবা ভয়।
কিন্তু মোৰ বাণ জানা অমোঘ নিশ্চয় ॥
কদাচিতো বৃথা বাণ নুহিকে আমাৰ।
কহিয়োক তোমাৰ ছেদিবোঁ কোন ধাৰ ॥
শুনিয়া ৰামৰ দয়াযুক্ত বচন।
বোলন্ত বিনয় জমদগ্নিৰ নন্দন ॥
নিচিনিলোঁ তোমাক বুদ্ধিত মন্দ আমি।
তুমিসে ঈশ্বৰ জগতৰ অন্তৰ্যামী ॥
ভৈলা অৱতাৰ তুমি আসি মনুষ্যত।
তোমাৰ অধীন ইতো সকলে জগত ॥
তুমিসে ঈশ্বৰ নিষ্ঠে জানিলোঁ সাক্ষাত।
আমাৰ বিক্ৰম যাই লাগিল তোমাত ॥
জগতৰ আত্মা তুমি পুৰুষ পুৰাণ।
হাৰিলোঁহো তোমাত দিয়োক প্ৰাণদান ॥
কৰিলাহা মোক যেন দয়া দামোদৰ।
শুনিয়োক মোৰ তেবে স্বৰূপ উত্তৰ ॥
নাহিকে স্বৰ্গত কিছু মোৰ প্ৰয়োজন।
শৰে হানি প্ৰভু স্বৰ্গ পথ কৰা ছন ॥
তযু অংশে আমি হয়া আছোঁ অৱতাৰ।
আমাতে আছিল তযু পৃথিৱীৰ ভাৰ ॥
আপুনি বেকত আসি ভৈলাহা সাম্প্ৰত।
শুচাইলাহা আপুনি আমাৰ ভাৰ যত ॥
সজ্জনক পালি সংহৰিবা দুষ্ট যত।
তীৰ্থ কৰি ফুৰোঁ মই তযু প্ৰসাদত ॥
নযাইবোঁ স্বৰ্গক নিষ্ঠে বুলিলোঁ বচন।
কৰিয়োক মোৰ স্বৰ্গ পথ নিবাৰণ ॥
শুনি ৰামচন্দ্ৰে পূৰ্ব্ব দিশে মুখ দিলা।
পৰশুৰামৰ স্বৰ্গ পথক ছেদিলা ॥

শ্ৰীৰামৰ কীৰ্ত্তি প্ৰকাশয় সংসাৰত।
অদ্যাপিও ৰামশৰ দেখিয়ো স্বৰ্গত॥
পৰশুৰামক ৰামে কৰিলা আশ্বাস।
মোৰ বাণ দেখি ঋষি ভৈলা মহাত্ৰাস॥
ক্ষত্ৰি জাতি আমাৰ দাৰুণ বৰ হিয়া।
পালোঁ। অঙ্গীকাৰ ব্ৰহ্মণক দুখ দিয়া॥
মৰষিবা সকলে আমাৰ ইতো দোষ।
কৰোঁ। হাতযোৰ নকৰিবা অসন্তোষ॥
শ্ৰীৰামৰ ভকতি দেখিয়া আতিশয়।
দুখ ভয় গুচি ভৈল প্ৰসন্ন হৃদয়॥
বুলিলা পৰশুৰামে বচন মধুৰ।
স্বভাৱতে ক্ষত্ৰিয়ৰ হৃদয় নিষ্ঠুৰ॥
হেন মহা ক্ষত্ৰি তুমি পুৰুষ উত্তম।
দেখিলোঁ। সাক্ষাতে আজি তোমাৰ বিক্ৰম॥
তথাপি কৰাইলা তুমি আমাক প্ৰসন্ন।
ধন্য ধন্য ৰাম ৰঘুকুলৰ নন্দন॥
শক্ৰ হুয়া প্ৰসন্ন কৰাইলা বুলি নতি।
তুমিও সন্তুষ্ট হৈবা আমাৰ ভকতি॥
শুনিয়োক ৰাম বোলোঁ। স্বৰূপ বচন।
অনাদি ঈশ্বৰ তুমি সত্য সনাতন॥
তুমি নিত্য নিৰঞ্জন পুৰুষ পুৰাণ।
জগতৰ পতি তুমি বিনে নাহি আন॥
তোমাত ভকতি মোৰ সততে থাকোক।
যাওঁ তপোবনে মোক বিদায় দিওক॥
এহিমতে দুয়োজন জগত ঈশ্বৰে।
কৰিলন্ত লীলা নাজানিলা একো নৰে॥
দুইহান্তৰ সম্বাদ বিবাদ যত যত।
চাহি আছে লোক সবে বিস্ময় মনত॥

অনন্তৰে বিদায় লইয়া শ্ৰীৰামত ।
গৈলন্ত পৰশুৰাম হৰিষ মনত ॥
দশৰথে দেখি আতি বিক্ৰম ৰামৰ ।
মনত হৰিষে প্ৰশংসিলা বহুতৰ ॥
ধন্য ধন্য পুত্ৰ তুমি ভৈলাহা আমাৰ ।
ৰহিল তোমাৰ যশ জুৰিয়া সংসাৰ ॥
আসিলা পৰশুৰাম যেন যম ।
তাহাকো জিনিলা ৰণে কৰিয়া বিক্ৰম ॥
সাধু সাধু ৰাম তুমি বংশৰ তিলক ।
গলে বান্ধি ৰাজা ধৰিলন্ত ৰাঘৱক ॥
উপজিল প্ৰেম তনু ভৈলা পুলকিত ।
পাইলেক সন্তোষ যেন পিয়ন্তে অমৃত ॥
আকাশত তৃপিতি ভৈলন্ত দেৱগণে ।
অৰ্চ্চিলা ৰামক আতি পুষ্প বৰিষণে ॥
দেখিয়া জানকী বল বিক্ৰম ৰামৰ ।
ভৈলন্ত তৃপিতি ৰোমাঞ্চিত কলেৱৰ ॥
বিশ্বামিত্ৰ বশিষ্ঠ প্ৰমুখ্যে [illegible]
পুজিলন্ত ৰাঘৱক প্ৰশংসা বচনে ॥
পৰম পুৰুষ ৰাম জগত আধাৰ ।
ৰামৰূপে পৃথিবীত ভৈলা অৱতাৰ ॥
পৰশুৰামৰ দৰ্প কৰিলন্ত চুৰ ।
কাহাৰ শকতি কৰ্ম্ম কৰয় এদুৰ ॥
এহি মতে ৰামক প্ৰসংসে সৰ্ব্বজনে ।
অনন্তৰে দশৰথ ৰাজা ৰঙ্গ মনে ॥
অযোধ্যাক প্ৰতি চলি গৈলা মহাশয় ।
কৰয় কটকে বেঢ়ি ৰাম জয় জয় ॥
নানা বাদ্যে সুমঙ্গলে চলে সমদলে ।
অযোধ্যাত প্ৰবেশ ভৈলন্ত কৌতূহলে ॥

দেখি নগৰীয়া লোকে ৰাজা আসিবাৰ ।
তেতিক্ষণে কৰিলা নগৰী জাতিকাৰ ॥
সাজি মাজি লিপিলা বিচিত্ৰ গন্ধজলে ।
পতাকা তোৰণ ধ্বজা ৰঞ্জিলা চিৰলে ॥
তাম্বুলী কদলী কইল ঠোকে সমন্বিত ।
থানে থানে আলাপন কৰিলা ৰঞ্জিত ॥
মুখত পল্লব ফলে পাতি পূৰ্ণঘট ।
ঘৃতৰ প্ৰদীপ দিলা তাহাৰ নিকট ॥
দুৱাৰে দুৱাৰে তুলি থাপিলা প্ৰবন্ধি ।
লগাইলা বিচিত্ৰ ধুপ অগৰু সুগন্ধি ॥
কুসুম চন্দন হাতে লৈয়া দুৰ্ব্বাক্ষত ।
চড়িলন্ত নাৰীগণ গৃহ ওপৰত ॥
অতি মনোহৰ পুৰী অযোধ্যানগৰ ।
তাৰ মাজে যান্ত দশৰথ নৰেশ্বৰ ॥
চাৰি পুত্ৰ চাৰি কন্যা যান্ত ৰঙ্গ মনে ।
দুৰ্ব্বাক্ষত পুষ্প বৰিষন্ত নাৰীগণে ॥
উৰুলি জো[illegible] জয় অনেক মঙ্গলে ।
ভূমিত পৰিল পুষ্প শতেক সদলে ॥
নগৰত মিলি গৈলা আনন্দ প্ৰচুৰ ।
পুত্ৰগণ সমে ৰাজা পাইলা অন্তঃপুৰ ॥
কৌশল্যা সুমিত্ৰা সতী সুন্দৰী কৈকেয়ী ।
কন্যাগণ সমে দীপ ঘট হাতে লই ॥
তিনি মহাদেই নানা মঙ্গল আচাৰে ।
সিঞ্চি দুৰ্ব্বাক্ষত পুষ্প উৰুলি জোকাৰে ॥
ভিন্নে ভিন্নে আসি পাচে তিনি পটেশ্বৰী ।
আপোনাৰ পুত্ৰ বোৱাৰীৰ হাতে ধৰি ॥
নানা ব্যৱহাৰে গৃহ কৰাইলা প্ৰবেশ ।
পুত্ৰবধূ দেখি পাইলা আনন্দ অশেষ ॥

সীতাৰ দেখিয়া ৰূপ কৌশল্যা দেবীৰ।
অমৃতৰ পানে যেন জুৰাইল শৰীৰ ॥
চাৰি কুমাৰৰ বিয়া ভৈল একেবাৰে।
দেখিয়া আনন্দ আতি মিলিল সবাৰে ॥
নানা নৃত্য গীত বাদ্য বাজন বজাইল।
ৰামক সীতাক লোকে দেখিবাক আইল ॥
দুহানৰ ৰূপ আতি দেখি বিপৰীত।
নয়ন ভৰিয়া যেন পিবয় অমৃত ॥
দিলা আনি লোকে যত যৌতুক অপাৰ।
সুবর্ণ ৰজত ৰত্ন বস্ত্র অলঙ্কাৰ ॥
ৰাজাগণ আইলা লৈয়া যৌতুক সম্ভাৰ।
নানা ৰত্নে ভূপতিৰ ভৰাইলা ভণ্ডাৰ ॥
দশৰথে সমস্তকে প্রসাদে ৰঞ্জিলা।
বস্ত্র অলঙ্কাৰ পুষ্প চন্দনে তুষিলা ॥
চাৰিয়ো পুত্রক সমুচিতে বণ্টা দিলা।
হস্তী ঘোঁৰা ৰথ ৰাজ্যে মন সন্তোষিলা ॥
অনায়াসে ভৈল বিয়া চাৰিও পুত্রৰ।
পৰম কৃতার্থ মন ভৈলা নৃপবৰ ॥
শুনিয়োক সভাসদ পদ আদিকাণ্ড।
ৰামৰ চৰিত্র যেন অমৃতৰ ভাণ্ড ॥
সংসাৰ মধ্যত ইসি মহা ধর্ম্ম সাৰ।
বোলাঁ ৰাম ৰামমুখে তৰিয়ো সংসাৰ ॥

# সাহিত্য-সংগ্ৰহ।



## দ্ৰৌপদীৰ বিলাপ।

দ্ৰুপদ-নন্দিনী মনে গুণি, স্বামীসকলৰ বাক্য শুনি,
ৰাজহংস গতি চলি যান্ত ধীৰে ধীৰে।
যথাতে আছন্ত দেৱ-হৰি, নৃপতিসকলে মধ্য কৰি,
তথাতে চলন্ত তিতি নয়নৰ নীৰে॥
নেতৰ বসন পৰিধান, মাথাত মালতী কৰে ঘ্ৰাণ,
প্ৰবাসৰ কষ্টে তনু ভৈলা অতি ক্ষীণ।
বিলাই বিপত্তি মনে স্মৰে, শোকে নয়নৰ নীৰ জৰে,
পূৰ্ণচন্দ্ৰ যেন কলঙ্কে ভৈলা মলিন॥
মাধৱৰ গৈয়া সমীপত দ্ৰুপদ-নন্দিনী উপগত,
মাথে বস্ত্ৰ দিয়া বচন বুলিলা শোকে।
দেখা দেখা মোক দামোদৰ, অনাথিনী নাই মোতপৰ,
দেখিলা বিপত্তি কুৰুসমাজৰ লোকে॥
চুলে ধৰি দুঃশাসন-ৰাৰে, ধৃতৰাষ্ট্ৰ শ্বশুৰৰ আগে,
হসাইলে মোক অনাথিনী পৰবাসু।
পাঞ্চপতি মোৰ সেই থানে বিলাই বিপত্তি ভৈল মানে,
আগতে আছিলা গান্ধাৰিণী জ্যেষ্ঠ শাশু॥
পাঞ্চপতি সমে পাশা জিনি, দাসী কৰিলেক দুৰ্য্যোধনি,
লাজ কৰিলেক ভীষ্ম শ্বশুৰৰ আগে।
সি বেলাত মোৰ নাহি আন, তোমাৰ চৰণ কৰি ধ্যান,
নাৰায়ণ নাম সুমৰিলোঁ অনুৰাগে॥
তেৱে সমস্তৰে দিলে বৰ, পাঞ্চপাণ্ডৱৰ ধনু শৰ,
উদ্ধাৰ কৰিলোঁ পাঞ্চপতি সমে মাগি।

কৌৰৱে আলচি কৰি সাস, পাঞ্চপাণ্ডৱৰ বনবাস,
চক্ৰাই খেদিলা ঘোৰ অৰণ্যক লাগি ॥
সিটো কৌৰৱৰ অপমান, বিলাই বিপত্তি ভৈল মান,
ভীমৰ বচনে আনক দিলা বঢ়াই।
ধৰ্ম্ম নৃপতিৰ অভিপ্ৰায়, তুমি যাইবা কৌৰৱৰ ঠাই,
সাম্যতা বচন বুলিবা গৈয়া বুজাই ॥
ই বেলি কৌৰৱে আন এৰি, আমাক মাৰিবে জুইত পুৰি,
তেবে পৰাক্ৰম ভীমৰ পিজে ৰবাই
ধিক্কাৰ ভীমৰ বাহুবল, ধিক অৰ্জ্জুনৰ ধনু-শৰ,
ক্ষত্ৰিয় জাতিৰ হেন শোকাতুৰ তনু।
অসমৰ্থ ভৈলে দোষ নাই, নপুংসক ভৈলা পাঞ্চভাই,
লোৱা দামোদৰ আসম্বাৰ পাঞ্চধনু ॥
দ্ৰুপদ ৰজাৰ বিদ্যমানে, যজ্ঞবেদী আতি শুদ্ধ থানে,
জনম লভিলোঁ দ্ৰুপদে তুলিলে মোক।
ধৃষ্টদ্যুম্ন আদি মোৰ ভাই, পিতা দ্ৰুপদে বৰ চাই,
সজ্জ সিদ্ধ কুলে বিবাহ দিলন্ত মোক ॥
যাৰ সুকোমল বাক্য সাধু, পাণ্ডু নৃপতিৰ কুলবধু,
প্ৰিয়ভাৰ্য্যা ভৈলোঁ পাঞ্চভাই পাণ্ডৱৰ।
তুমি যাৰ সখি গদাপাণি, আমি অসমৰ্থ কোন মানি,
শুনি চোৱাঁ হুণ কোন গুণে হীন পৰ ॥

---

# পুৰা।

পহীন পুৰ্ণ্তী নিশা। নিতাল জগত।
কতো নাই জোনাকৰ চিন।
নিমাত বিশ্বৰ বাঁহী, নিজম চেতনা;
সুৰ ভুলা জীৱনৰ বীণ।

জীৱনৰ যুঁজ এৰি, কাম, কৰ্ম্মী, দুয়ো
শুতাইছে যুঁজৰ ভাগৰ ;
বিয়াপি অসীম বিশ্ব, এন্ধাৰ-এলাহ
গতিহীন স্থিতি জগতৰ।
কোনোবা দেশৰ পৰা নীৰ সোঁত বলি
আহিছে এখনি জুৰ নৈ ;—
ৰিণিকি ৰিণিকি এটি নীৰৱ কবিতা
বাজিছে বুকত বৈ বৈ।
জোনাক জোনাক বুলি জীৱন বিচাৰি
এন্ধাৰত প্ৰকৃতি আতুৰ ;
জোনাক জীৱন খুজি ওপজি ফুৰিছে
নিফুট আকুল এটি সুৰ।
কাতৰ সুৰত পমি নিয়মবিহোঁতো,
প্ৰকৃতিৰ প্ৰবোধি মনক,
দিবলৈ মনে মনে জোনাক-আননী,
পাচিছে পুৱাৰ বতাহক।
স্বৰ্গৰ বাতৰি পাই অপেক্ষি জোনাক
প্ৰকৃতিৰ উঘাবল চিত ;
বলিছে শীতল বায়ু, নাচিছে লতাই,
ফুলকলি হাঁহিছে খুপিত।
ছুটিমান জোনাকৰ সোণোৱালি ৰেখ
লাহে লাহে ভৈয়াম নামিছে ;
সৃষ্টি-পাতনিৰ সেই জীৱন্ত ছবিটি
ঘূৰি আহি ভুমুকি মাৰিছে।
লোকালোক সাগৰত উটিবুৰি ফুৰা
জীৱনৰ পবিত্ৰ ভাবটি ;
এধা আলো এধা ছাঁত, ফুলৌ ফুলৌ কৰি
প্ৰকৃতিক ধৰিছে সাবটি।

জিলিঙণি এটি আহি পদুম বনত
সৰগৰ ৰহণ ঢালিছে;
অকলসৰীয়া দুটি পদুম-কলিয়ে
চুমা খাই হাঁহিছে-আলিছে।
স্বৰ্গৰ জেউতি দেখি ৰাজ-হাঁহ জুৰি
প্ৰেমৰ আলচ তুলি থৈ,
চিত্ৰৰ পুতলি প্ৰায় আছে থৰ লাগি
ইটিয়ে সিটিক চাই ৰৈ।
আকৌ ঘুমটি তেজি নিজম চেতনা
লাহে লাহে সজাগ হইছে;
পাহৰা সুৰটি ঘুৰি বজাবৰ গুণে
বীণধ্বনি হাতত লইছে।
ৰবৰ। অনন্ত কাল জ্ঞানৰ পোহৰ
জ্যোতির্ম্ময়ী জোনাকী সবিতা।
বজোৰৈ। অনন্তকাল পঞ্চমত তুলি
বীণাপাণি কোমল কবিতা।

---

# সুখ-গীত।

১

জিলিকা পাখিৰে হাঁহে
ৰবিৰ কিৰণ।
জিলিকি পথিলা নাচি
ফুৰে অগণন।

যতনৰো জিলিকণি
চোৱাঁ হেৰা চোৱাঁ,
সোণালি বেণুৰ মউ-
মাখি ভাব-বোৱা।

২

জীৱনৰো আলিকাষে
ফুৰিছে উফৰি।
জিলিকি স্বপ্নৰ সুখ—
মৰম লাহৰী।
স্বপ্ন গুচি এয়ে সঁচা
চকুৰ আগত,
যদি চাব জানা এই
সুন্দৰ জগত!

চোৱাঁ যেন চোৱাঁ হেৰা
জিলিকণি-মৰা,
সংসাৰৰ সুখবোৰ
উৰি উৰি ফুৰা।
নখে মাটি লেখা খোজে
তলমুৰ হই,
ঘুৰুৰিবা পৃথিৱীত
পথিলা নেচাই।

# জীৱন-সঙ্গীত।



শোকৰ কবিতা ৰচি, দুখাৰি চকু-লো মচি,
নকৰা জীৱন মিছা নিশাৰ সপোন।
অসাৰ সংসাৰ ভাই, ইয়াত সকাম নাই,
মোহময় মায়াময় সকলো সাধোন॥
পুত্ৰ-কন্যা পৰিবাৰ, কোন তৱ তুমি কাৰ,
বুলি সেৰোঁ অকাৰ্য্যত নকৰা বেজাৰ।
কলাঘুমটীয়া হই আতমা যে আছে ৰই,
জানিবা মৰণ নাই এই আতমাৰ॥
অস্থায়ী মানৱ দেহা, কৰিম দুদিন বেহা,
ফুৰিম দুদিন মাথোঁ সংসাৰ-হাটত।
দুদিনৰ অন্ত হলে, আয়ুষ ঢুকাই গলে,
সুন্দৰ দেহাৰ ঠাই শেষ শ্মশানত॥
চকু, কাণ, নাক যাব, হাড়, ছাল সাং হব,
মাটিৰ মানুহ তুমি মাটিত মিলিবা।
অবিনাশী নিত্যধন, অমৰণ অভগন,
অনন্ত উন্নতিশীল আতমা জানিবা॥
সদাই চকু-লো টোকা, দুখত মগণ থকা,
ভোগ, সুখ, জীৱনৰ উদ্দেশ্য নহয়।
এনে ভাবে কাম কৰাঁ, দিনে যেন আগ বাঢ়াঁ,
প্ৰতি দিনে থোজ যেন আগলৈহে যায়॥
পল পল দণ্ড কৰি, সময় গইছে উৰি,
পাখিলগা কাঁড়ৰ নিচিনা অবিৰাম।
বহদুৰ আছে গতি, সময় তাকৰ অতি,
—কৰিব লগীয়া আমি আছে বহু কাম॥

---

দিন যায়, আহে ৰাতি, আয়ুৰে পইছে টুটি,
লাহে লাহে চকু-ঢাপি আহিছে মৰণ।
সংসাৰ যুঁজৰ ঠাই, শুবৰ সকাম নাই,
কাছি-পাৰি যুঁজা সবে কৰি প্ৰাণপণ॥
এলাহ-নিহালি থোৱাঁ, বীৰ-বেশ গাত লোৱাঁ,
নহবা মৰাৰ প্ৰায় মানুহ-সন্তান।
নহবা গৰুৰ দৰে, খুচিলেহে খোজ ধৰে,
ৰণত বীৰেন্দ্ৰ বুলি হোৱাঁ খ্যাতিমান॥
কল্পনা-চকুৰে চোৱাঁ, যেনে কি সুন্দৰ পোৱাঁ,
নকৰিবা দূৰ ভৱিষ্যক পতিয়ন।
অতীত মৰিল গ'ল, তাৰ কথা অন্ত হল,
মনৰ পৰাই তাক কৰাঁ বিসৰ্জ্জন॥
যিহকে আগত পোৱাঁ, তত্তালিকে কৰি লোৱাঁ,
জীৱন্ত জাগ্ৰত বৰ্ত্তমান সময়ত।
সাহক সাৰথী কৰাঁ, কৰ্ত্তব্যৰ পাচে লৰা,
ঈশ্বৰ করুণাময় আছে ওপৰত॥
মহা মহা পুৰুষৰ, চানেকীৰে জীৱনৰ,
আমিও কৰিব পাৰোঁ জীৱন গঢ়িত।
অভিনয় শেষ হলে, জীৱনৰ অন্তকালে,
থই যাব পাৰোঁ খোজ সময়-বালিত॥
কেতিয়াবা হব পাৰে, কোনো দুৰ্ভগীয়া নৰে,
জীৱন-সমুদ্ৰ মাজে নাও বুৰ গই।
অঠাই পানীত পৰি, ককবক্ কৰি কৰি,
ঢউৰ কোবত যদি আহি পাৰ পায়,
দেখি সেই খোজবোৰ, হব তাৰ আশা ঘোৰ,
সাহ কৰি খোজে খোজে খোজ লব পাৰে।
তেনেহলে বলা ভাই, শুবৰ সকাম নাই,
অপূৰ্ব্ব জেউতি চোৱাঁ 'উন্নতিৰ' শিৰে॥

শিকা সবে পৰিশ্ৰম, শিকাহে নীতি ধৰম,
নেতাৰিবা সুখ দুখ কিনো কপালত।
কৰ্ত্তব্যৰ পাছে লৰা, ক্ৰমাগত কাম কৰা,
ফলাফল ফলদাতা বিভুৰ হাতত॥

---

# ধুমুহা।

মুকুলি হিয়াৰ, মুকলি দুৱাৰ,
কত ভাব আহে যায়;
কল্পনা-বিহাৰী, কল্পনা-নগৰী,
নিষ্ফুট বাঁহীটি বাই।
অতীত ভবিষ্য, চকুৰ অদৃশ্য,
দুখনি সুন্দৰ থান;
স্মৃতিৰ পথত, কল্পনা-ৰথত,
জোৰেহি মিলন তান।
সোঁৱৰণী পট, আনন্দ জগত,
মধুৰ মিলন কথা;
ভবিষ্য মুৰতি, আশাৰ ছবিটি,
মৰমে মৰমে গঁথা।
পাহৰা সুৰঁৰি, বিমানত চৰি,
উটি বুৰি ফুৰে মন;
আকাশী স্বপ্নৰ, সাজি সুখ ঘৰ,
আকুল উদাস প্ৰাণ।
নিৰ্ম্মল আকাশ, কত হাবিয়াস,
পিন্ধিব মুকুতা মণি;

স্বৰ্গ অপেখৰা,　　　আপোন পাহৰা,
　　তুলিছে আনন্দ ধ্বনি ।
সুখ-গীত শুনি,　　　ভাবে ভাব টানি,
　　ওপজি হুৰিব দেখি ,
যাই তাৰ জুৰি,　　　ম'ৰাচাণী ধৰি,
　　উৰিল বিচাৰি সখী ।
অকল সৰীয়া,　　　প্ৰাণ মতলীয়া,
　　থাকোঁতে খেমালি চাই;
সংসাৰ ধুমুহা,　　　নাই উহাদিহা,
　　আহিল ধূলি উৰাই ।
মুকলি হিয়াৰ,　　　অপালে ছুৱাৰ
　　কৰ তাৰ গল কেলি !
ঢাকনি চকুত,　　　বসুধা সুকুত ।
　　—এয়ে সুখ, সামৰণি ।

---

## নৱবৰ্ষ ।

১

নব বৰষৰ নবীন সঙ্গীত
　　কাণত হইছে ধ্বনি,
দূৰ ভবিষ্যৰ আশাৰ বেণুটি
　　শুনা যায় ৰিণি ৰিণি ।

২

অসীম অনন্ত কালৰ সাগৰ
　　অনন্ত নজনা ঠাই;

মৰণ ক'তনো গিয়ো অগোচৰ,
—আগ-গুৰি একো নাই।

৩

অনন্ত সাগৰ গৰজিছে সদা,
ঢউৰ ওপৰে ঢউ ॥
তাৰে এটি ঢউ মাৰ গল আজি,
কাজত একোকে নউ।

৪

আশাৰ মোহন মূৰতি আগত
হিয়াত কৰি থাপন,
নৱবৰষক নবীন উছাহে
আনো কৰি আবাহন।

৫

পূঁৱতী নিশাৰ কুলিয়ে পুৱাতে
মঙ্গল উকলি গাই,
নৱবৰষৰ দিগেছি আননী,
মলয়া চৌৰৰ লই।

৬

হেঙ্গুলি বেলিৰ নতুন কিৰণে
গগণ উজ্জল কৰে;
বন-দেবী সবে ফল-ফুল আনি
তোমাৰ যোগান ধৰে।

৭

ঘৰ বাৰী মছি গৰু-গাই ধুই,
নতুন কাপোৰ লই,
নতুন ভোজেৰে উৎসৱৰ মাজে
(লোকে) আদৰি আনিছে গই।

৮

স্বরগ, মরত, প্রকৃতি, মানুষ,
সকলো আনন্দময়;
মেঘে মেঘে মিলি সাবটা সাবটি,
—জগত কবিতাময়।

৯

চাওঁতে চাওঁতে পল পল করি
স্বদেশে মেলানি ললে,
সরিৎ, সাগর, আকাশ, পৃথিবী
বিদায়সঙ্গীত গালে।

১০

চাওঁতে চাওঁতে এপোষ মচাৰে্যা
মরণ দেশর পিনে;
জীৱন-যুৱতী মেলি এবে চোৰ্যা,
হাবিল জিকিল কোনে।

১১

নতুন তেজেরে নতুন বলেরে,
নতুন টকালি লই,
প্রতি মুহূর্ত্তে আগ বাঢ়ো বুলি
'অতীত' নিদিও ঠাই।

১২

ওপরে ঈশ্বর দয়াময় পিতা,
তলত মানুহ ভাই;
বুকে সাহ বান্ধি বলা'চোঁ সকলো,
জগত জিনিম গই।

১৩

কুল্ কুল্ কুল্ বইছে তটিনী
সদাই সিন্ধুর ফালে,

আমি কি মানৱ নিজ লক্ষ লই
নেযাম কোনোবা কালে?

১৪

নীল আকাশত হাতী-পটি মাজে,
তৰাই পাতিছে থূল,
সেই বুলি দেখোঁ তৰাই নকৰে
আপোন লক্ষৰ ভুল।

১৫

নতুন বছৰে দিছে সোঁৰাই
আমাক আপোন কাজে,
নতুন উছাহে হওঁ বলাঁ সবে
বিজয়ী জগত মাজে।

১৬

সৌভাগ্য বেলিৰ হিৰণ কিৰণ
পূবত ফুটিছে সোৰা,
হাতত পতাকা লই ব'লাঁ সবে
উলাহ সঙ্গীত গোৱাঁ।

---

অন্ত।

